॥ প্ৰকাশ ॥
শ্ৰীকুশ দত্ত
প্ৰ'গ্ৰেচিভ্ পাবলিচাৰ্চ্
কলিকতা ঃ গুৱাহাটী

॥ ছপা ॥
শ্ৰীসুব্ৰত ভট্টাচাৰ্য
৭৭, ধৰ্মতলা ষ্ট্ৰীট
কলিকতা—১৩

দ্বিতীয় প্ৰকাশ
১৯৬২

॥ মূল্য ॥
পুথিভৰাল সংস্কৰণ ৩·০০
জনপ্ৰিয় সংস্কৰণ ২·৫০

## থোৰতে এষাৰ

নগা পাহাৰত বিদ্ৰোহী নগাই কৰা হিংসাত্মক, চৰকাৰ বিৰোধী কাৰ্য্যৰ খতিয়ান ইয়াত প্ৰকাশ কৰা নাই। সেই বিষয়ে আলোচনা-সমালোচনা কৰাৰো উদ্দেশ্য নহয়। পাঠকসকলক ক'বলৈ খোজা হৈছে যে, "বিদ্ৰোহী নগাৰ হাতত" উপন্যাসিকাখনিৰ মূল কাহিনীটো এটা জঁকা মাত্ৰ। এই মূল ঘটনাটো মাজত লৈ তাৰ ওপৰত কল্পনাৰ প্ৰলেপ দিয়া হৈছে বেছি। মোৰ নিজৰ কল্পনাৰ মাজেদি কাকো ব্যক্তিগতভাৱে আঘাত দিবলৈ বা ব্যক্তিত্বৰ সমালোচনা কৰিবলৈ ক'তো চেষ্টা কৰা হোৱা নাই আৰু সেই বাবেই কিতাপ-খনত উল্লেখ কৰা নামবোৰ কাল্পনিক। বাস্তৱৰ পিচে পিচে কল্পনাই সপ্তপদী গমন কৰাৰ পিচত দুয়ো মিলি যি এটা ৰূপ ল'লে সেয়ে "বিদ্ৰোহী নগাৰ হাতত" উপন্যাসিকাখনি। কাহিনীৰ গাঁঠনি আৰু নিখুঁত প্ৰকাশত ৰৈ যোৱা দোষবোৰ মোৰ নিজা। সেয়া মোৰ অজ্ঞতা। উপন্যাসিকাখনিৰ পাণ্ডুলিপিখন চকু ফুৰাই উৎসাহ আৰু পৰামৰ্শ দি 'চিনাকি' কৰি দিয়াৰ বাবে ফুলদাদা শ্ৰীজ্ঞানানন্দ শৰ্ম্মা-পাঠক আই, পি, এচক আন্তৰিক শ্ৰদ্ধা জনাইছোঁ। হিতাকাঙ্ক্ষী সকলৰপৰা এই বিষয়ে পোৱা পৰামৰ্শ, মৰম আৰু উৎসাহৰ বাবে সিবিলাকলৈ আন্তৰিক কৃতজ্ঞতা জ্ঞাপন কৰিছোঁ। কিতাপখনে পোহৰৰ মুখ দেখাৰ বাবে কৰা সকলোখিনি যত্ন মোৰ বন্ধু শ্ৰীকুশ দত্তৰ। শ্ৰীমান মুকুট দত্তই পাণ্ডুলিপিটো তৈয়াৰ কৰি দিয়াৰ বাবে ধন্যবাদ তেওঁলৈও থাকিল।

কোহিমা
পি এণ্ড টি ক'লনী
২৬ জানুৱাৰী '৫৭

**কৈলাস শৰ্ম্মা**

# ॥ চিনাকি ॥

কেতিয়াবা বুঢ়ী দিহিঙত প্ৰলয় নামে। কপিলী পাৰত ৰূপায়ে কান্দে। ডিবুৰ বাগিছাত ডাৱৰে নাচে। আলি মাঁৰৰ কলিজাৰ টুকুৰাই লালমাটিত আলপনা আঁকে। মহানগৰীৰ প্ৰাচীন সত্বাই নতুন পৃথিবীৰ মন্বন্তৰ মাতে।

এটা যুগ যুগমীয়া হৈ যায় শিল্পীৰ এনে একোটি সৃষ্টিত। কৈলাস শৰ্মাৰ 'বিদ্ৰোহী নগাৰ হাতত' উপন্যসিকাখনি নগা পাহাৰৰ অশান্ত অৱস্থাৰ বিৱৰণী নহয় ;—বুৰঞ্জীও নহয়। ভৈয়ামৰ মানুহবোৰ নগা-ভাইহঁতৰে বঙহৰজন। কেনেকৈ ক্ষমতা লিপ্সু এদল দুবৃৰ্ত্তই নগা ৰাইজক ভুল বাটে নিছে তাৰ পৰোক্ষ প্ৰতিপাদন কিতাপখনিত পাওঁ। বিপথগামী দলটোৰ ভুল এদিন ভাগিব। প্ৰথম শ্বহীদ বীৰ চাখৰীৰ অন্তিম সময়ৰ বাণীয়েই কৈলাস শৰ্মাৰো কিতাপখনিৰ মূল কথা—

..."তোমালোকৰ ধাৰণা ভ্ৰান্ত। নগা পাহাৰৰ স্বাধীনতা অলীক কল্পনা। নগা পাহাৰ ভাৰতৰ অবিচ্ছেদ্য অঙ্গ। নগা ৰাইজ ভাৰতৰ বুকৰ-কুটুম। তোমালোক সৎ পথলৈ আঁহা।—এতিয়াও সময় আছে..."

শৰ্মা আচলতে কবি। বৰ্ণনা তাৰ সাক্ষী। অনুভূতিবোৰ কোমল। কল্পনাবোৰ মোহনীয়া। কোহিমা 'ছিমেটেৰীত' মই বহুতবাৰ বহিছোঁ। উইলকিন্‌ছনৰ চেনেহী মাকক, ঘঁহু পথাৰত হাল বাই ভাগৰি পৰা মোছলেম্ খানক, জন বাহাদুৰৰ বুঢ়া বাপেকক মই দেখা নাছিলোঁ। কৈলাসে দেখুৱালে।

কাহিনীটো সাধাৰণ। সৃষ্টি-প্ৰতিভা দেখিছোঁ ঘটনাৰ বৈচিত্ৰত আৰু আবেগৰ উচ্ছ্বাসৰ মনস্তাত্বিক বিকাশত। বিদ্ৰোহৰ আৱৰণখনি নগা পাহাৰৰ ডাৱৰৰ দৰে। ডাৱৰৰ মাজেৰে পাহাৰ দেখোঁ, নগা-নাগিনীক দেখোঁ— মানুহক দেখোঁ।

উপন্যাসিকাখনিৰ আকৰ্ষণ আছে প্ৰকাশভঙ্গীৰ বিচিত্ৰতাত, উৎকণ্ঠাৰ জাগৃতিৰ তীব্ৰতাত। কম্পাউণ্ডাৰ কন্দৰ্প, নিকুলা আৰু চিজেভাৰ চৰিত্ৰই মোৰপৰা সহানুভূতি বিচাৰে। তন্ময় কৰে উপন্যাসিকাখনিৰ আটাইতকৈ আকৰ্ষণীয় চৰিত্ৰ **নগা পাহাৰে**। নগা পাহাৰৰ অমানবীয় সত্বা কৈলাসৰ মৌলিক আৰু অনুপম অৱদান।

অৱস্থা আৰু আবেগৰ বৰ্ণনাত নতুন কৱিতাৰদৰে প্ৰতিধ্বনিসূচক উদ্ধৃতিবোৰে উপন্যাসিকাখনিৰ সৌন্দৰ্য্য বঢ়াইছে।

বিদ্ৰোহ শেষ হ'ব।

কৈলাস শৰ্ম্মাৰ মৰমৰ নগা পাহাৰ জীয়াই থাকিব।

জ্ঞানানন্দ শৰ্ম্মাপাঠক
চেমিনিউ ঃ নগা পাহাৰ

## অৰ্পণ

অশান্ত নগা পাহাৰৰ শান্তি আনয়নৰ বাবে
প্ৰানদাণ দিয়া সামৰিক, বে-সামৰিক
কৰ্ম্মচাৰীসকলৰ পুণ্যস্মৃতিত
'বিদ্ৰোহী নগাৰ হাতত'
অৰ্পিত হ'ল।

১৫ আগষ্ট '৫৭

কৈলাস
কোহিমা

………নগা পাহাৰ—। পাহাৰ আৰু পাহাৰ। সমান ঠাই চকুতে নপৰে! ডিচেম্বৰৰ হাড়-কঁপোৱা শীত। ভৈয়ামৰ পাতল ঠাণ্ডাৰ মাজৰ পৰা আহি পাহাৰী ঠাণ্ডা সহ্য কৰাটো সঁচাকৈয়ে অসহ্য হৈ পৰিছিল—তাৰ। খৰালিৰ শুকান বতাহে শুকুৱাই তাম বৰণীয়া কৰা টকলা পাহাৰবোৰ হিমজুলৈকে ঠাণ্ডা।

……তথাপি এই নগা পাহাৰখনত আছে এটা মাদকতা। প্ৰাকৃতিক সৌন্দৰ্য্যৰ ভাগ্যবান গৰাকী নগা পাহাৰে শান্তি আৰু সৌন্দৰ্য্যৰ সমাহিত ৰূপটোক নৰাগতলৈ আগবঢ়ায়।……সেউজীয়া নগা পাহাৰঃ এখনৰ পিচত আন এখন। আগৰ খনতকৈ পিচৰ খন বেচি ওখ। তাৰ পিচৰ আন এখন বেচি দীঘল। ধেনুৰ জুয়োমূৰ লাহে লাহে ভিৰ্ খাই অহাদি নগা পাহাৰৰো কোনো কোনো অংশ আন পাহাৰৰ গাত লাহে-লাহে মিলি গৈছে। শীতকালৰ আবেলি নাইবা ফট্‌ফটীয়া জোনাকত দিনৰ ধূসৰ পাহাৰ-বোৰ সেউজীয়া ৰূপলৈ ৰূপান্তৰিত হয়। ওপৰত তৰা বছা নীলা আকাশ আৰু তলত নগা পাহাৰ। বহুদূৰৈৰ পাহাৰৰ টিঙে দিগন্তৰ তৰাবোৰ আঁৱ কাৰ ধৰে। টিমিক্-ঢামাক্‌কৈ লুকা-ভাকু খেলে। ৰাতি হয় মানে দিগন্তৰ তৰাবোৰে লুকা-ভাকু শেষ কৰি ওপৰলৈ উঠে। মাজে মাজে দুই চাৰিটা পগীয়াতৰা পাহাৰৰ মাজৰ হাবিত হেৰোৱা মৰমৰ সুৰ বিচাৰি সোমাই পৰে। ওপৰৰ পৰা কালপুৰুষে হাঁহে। অচল-অটল ধ্ৰুব তৰাটো উত্তৰৰ আকাশত অকলে থাকে।……

......আন্ধাৰ ৰাতিৰ অলপ আন্ধাৰতে পাহাৰবোৰ গহীন হৈ পৰে। আন্ধাৰে ঘেৰা পাহাৰৰ শাৰীবোৰ যেন কোনোবা সাম্ৰাজ্য-বাদী সম্ৰাটৰ ৰাজ্য জয়ৰ সঙ্কল্পত কৰা অভিযানৰ নৈ-পৰীয়া শিবিৰৰ হাতীৰ জাকহে।......পাতল কুঁৱলীবোৰে ওচৰৰ পাহাৰবোৰ আবৰি ধৰে। বগা আৰু ক'লাৰ মিলন। থাকি থাকি শেষ নিশাৰ কুঁৱলীবোৰে গছ গছনিবোৰক সাৱটি ধৰে। আনন্দত গছপাতে চকুলো মচে। এয়া মিলনৰ আনন্দ। কুঁৱলী নেদেখা হয়; মুকুতা মণি যেন নিয়ৰৰ টোপালবোৰ সৰি সৰি পৰে। ৰাজপথ সেমেকি উঠে......

দূৰ-দিগন্তৰ পাহাৰ ফালি তেজীৰঙা বেলিটো লাহে লাহে পাতালপুৰীৰ অধিপতিৰ কাৰেঙৰ পৰা বিজয় হাঁহিৰে মুখ ওপচাই ধীৰে-ধীৰে ওলাই আহে। কুকুৰাৰ জাকে শেষবাৰৰ কাৰণে অৰুণক আগমনী জনায়। নগা পাহাৰতো তেতিয়া ৰাতি পুৱায়। আলিৰ দাঁতিত ঘাঁহ পাগুল শুই থকা গৰু-গাইৰ জাকটো লাহে লাহে আকৌ পথাৰমুৱা হয়। নিৰ্জ্জনতাৰো ওৰ পৰে! কৰ্ম্মমুখৰ নগা ৰাইজ সময়ৰ দৰেই ব্যস্ত হৈ পৰে। কোমল ৰ'দ কাচলিত বহি নাতি-নাতিনীহঁতে ওমলে,—বালিঘৰ সাজে। ওচৰতে আইতাকে বহি সূতা কাটে। মাজে মাজে সিহঁতলৈ চায়। অপত্য স্নেহৰ স্নিগ্ধ চাৱনি!......

পাহাৰৰ বতৰ। আকাশত আকৌ ক'লামেঘ জমে। পাতল বতাহজাক ঘনকৈ ব'লে। টান হ'বলৈ ধৰা ৰ'দচেৰেঙা মেঘে ঢাকে। লাহে-লাহে আকাশ ক'লা পৰি আহে। ৰ'দত বহি আৰাম পোৱা বুঢ়ীয়ে খঙতে ভোৰ্ ভোৰায়। পছিমৰ ক'লা ডাৱৰ পূবৰ পিনে দৌৰে। বাটে-বাটে, মেঘে-মেঘে ঠেকা খায়। চকু চাট্ মাৰি যোৱা বিজুলীয়ে বাৰে পতি তললৈ চায়। টিপ্-টিপ্ বৰষুণ পৰে—বেঁকা বেঁকাকৈ। তাৰ পিচত টানকৈ। শেষত ধাৰাসাৰে। উৎপাত বৰষুণ। আলিবাটৰ কাষেদি বৰষুণৰ পানীৰ



নিজৰা বয়। পাহাৰৰ মাজৰ পথবোৰেদি ৰঙচুৱা পানীৰ সোঁত বৈ আহে। গছবোৰৰ মাজেদি বৈ অহা পানীৰ সোঁতবোৰ গোঁসানীৰ ত্ৰিশূলৰ আঘাতত মহিষাসুৰৰ বক্ষ ভেদ কৰি অহা ৰক্ত-ধাৰা যেনহে লাগে। কল্-কল্ শব্দ হয়। পাহাৰী নৈ, পাহাৰী নিজৰা, ওফোন্দ গাতি উঠে। সাপৰ নেগুৰ ছিঙা গতিৰে পাহাৰী সোঁত ভৈয়ামলৈ নামি যায় আৰু বুকুত কঢ়িয়াই আনে সৰু-ডাঙৰ অলেখ প্ৰস্তৰ খণ্ড। বলীয়া সোঁতৰ প্ৰচণ্ড আঘাতত শিলনিৰ বাধা কেনিবা ওফৰি পৰে। নিৰ্ব্বাক শিলবোৰ মৌন হৈ ৰয়। খণ্ডত যেন একোনাই হৈ পানীৰ সোঁতটো ছিটিকি পৰে—কেউপিনে। আঁদাৰ জাল পইতাত খেদাবলৈ গৰাত খুন্দা মাৰে। স্থিতিহীন বালিৰ গৰা হুৰুক্ কৰে খহি পৰে। সকলোবোৰ উটি যায়, বৈ যায়। ভৈয়াম উপচি পৰে—বানপানীৰে। বগা বগা ডাৱৰবোৰ চঞ্চল ভাৱে পাহাৰৰ বুকুলৈ নামি আহি গা চুই যায়।......নগা পাহাৰ......

২

ডিব্রুগড়ৰ বেৰি হোৱাইট মেডিকেল স্কুলৰ পৰা কম্পাউণ্ডাৰী পাছ কৰি সি প্ৰথম চাকৰি পাইছিল নগা পাহাৰত। কমিউনিটী প্ৰজেক্টৰ ডাক্তৰখানা—ঘাচপানীত। ঘাচপানী ডিমাপুৰৰ পৰা ১৮ মাইল আৰু কোহিমাৰ পৰা ২৮ মাইল দূৰত্বৰ এখন ঠাই। ঠাইখন বৰ বেচি ওখত অৱস্থিত নহয়। পিচে, দুৰ্ঘোৰ অৰণ্যময়। ঘাচপানীৰ বসতি প্ৰধান উপজাতিটো হ'ল কুকি। কুকি আৰু মিজোসকলৰ ভাষা আৰু সামাজিক চাল-চলনৰ বহুতো পিনেই সাদৃশ্য আছে। নতুন চাকৰি পায়ো এই নিচেই ঠেক ঠাই খনত তাৰ থাকিবলৈ মন নগ'ল। ফুৰিবলৈ ঠাই নাই, বহিবলৈ এটা ভাল ঘৰ নাই, আনকি দোকান এখনো নাই। পাহাৰৰ সৌন্দৰ্য্য চাই ডুবি থাকিবলৈকোতো এটা শিল্পী মন লাগে! পিচে, সি হাততে স্বৰ্গ ঢুকি পালে। তাক বদলি কৰি পঠাইছে— ভিচুয়েমালৈ। মন নুবহা ঠাইখন এৰিবলৈ পাই সি সঁচাকৈয়ে বং পালে। একেদিনাই ততাতৈয়াকৈ সাজু হৈ ভিচুয়েমালৈ যাবলৈ ওলাল।

নগা পাহাৰৰ কোহিমা অঞ্চলটোত আঙ্গামী নগাৰ বসতি প্ৰধান। এই অঞ্চলৰ অধিবাসী সকলক আন অঞ্চলৰ মানুহে দক্ষিণ অঞ্চলৰ আঙ্গামী ( Southern Angami ) বোলে। মণিপুৰ ৰাজ্যৰ সীমামূৰীয়া মাও পৰ্য্যন্ত এই অঞ্চল বিস্তৃত। আও, আঙ্গামী, চেমা, লোথা আদি চাৰিটা ভাগৰ উপৰিও নগা পাহাৰৰ আঢ়ৈ লাখ জনজাতি বিভিন্ন ষোল্লটা শাখাত বিভক্ত।

ভিচুয়েমা দক্ষিণ আঙ্গামী অঞ্চলৰে নগা বস্তী এখন। কোহিমা-ইম্ফল ৰাজপথৰ দাঁতিতে ভিচুয়েমা। কোহিমাৰ পৰা ১৩ মাইল দূৰ। কমিউনিটী প্ৰজেক্টৰ নতুনকৈ মুকলি কৰা ডাক্তৰখানা



ভিচুয়েমাত ডাক্তৰ নাই। কম্পাউণ্ডাৰেই তাৰ ডাক্তৰ; কম্পাউণ্ডাৰো।

আলিৰ দাঁতিৰে ডাক্তৰখানা খনৰ ওচৰত বস্তী নাই। গতিকে প্ৰতিবেশী বুলিবলৈ কম্পাউণ্ডাৰ কন্দৰ্পই পালে এজন চকিদাৰ আৰু মাত্ৰ এবৰ নগা। তাৰ পৰা আধামাইল দূৰৈত ভিচুয়েমাৰ নগা বস্তী! অৱশ্যে প্ৰজেক্টৰ গ্ৰামসেৱক এজন, ডাক্তৰখানাৰ মিড্‌ৱাইফ্ এজনী আৰু লেবাৰ ওৱাৰ্কাৰ এজনীও নিচেই ওচৰৰে কোৱাৰ্টাৰবোৰত থাকে। সিহঁতক চুবুৰীয়া বোলাতকৈ নিজৰ ঘৰৰে যেনহে পাইছিল কন্দৰ্পই।

এয়েই ভিচুয়েমা। নগা পাহাৰৰ এখন আঙ্গামী বস্তী। কন্দৰ্পৰ কৰ্ম্মস্থল। পাহাৰৰ পাতল ৰ'দে পোহৰাই তোলা পথাৰত গীতৰ সুৰে সুৰে নগা চহাই খেতিৰ মাটি চহায়; ধান ৰুৱে। ঝুম্ খেতি কৰে। সিৰ্-সিৰিয়া বতাহত পাহাৰী প্ৰকৃতিয়ে লৰচৰ কৰে। দূৰৈৰ পাহাৰৰ গুহাত সিহঁতৰ গীতৰ সুৰ ঠেকা খাই কঁাপ কঁপি মাৰ যায়। সেউজীয়া গছ বনে উলাহতে নাচে। পছিমৰ পাহাৰে আবেলিৰ ৰ'দ আৰু বেলিক আঁৰ কৰে। ভিচুয়েমাতো ছাঁ পৰে। লাহে লাহে বেলি বুৰ যায়।

৩

ৰাজপথ।—মণিপুৰৰ পৰা লানি পাতি ভৈয়ামুৰা মটৰ-লৰি আহে। এঁকা বেঁকা বাটটোৰেদি হৰ্ণ বজাই-বজাই পাহাৰৰ আঁৰ হৈ যায়। সন্ধিয়াৰ পাতল আন্ধাৰৰ মাজত আলিৰ দাঁতৰ ডুবৰিৰ দলিচাত বহিলে বহুতো কথাই মনলৈ আহে তাৰ। মনত পৰে—ইউৰোপত দ্বিতীয় মহাসমৰৰ পোন প্ৰথমে জ্বলি উঠা জুইকুৰাৰ কথা! কিদৰে সেই জুইয়ে-গোটেই ইউৰোপ প্ৰসাৰি এচিয়াকো ছানি ধৰিছিল! ভাৰত: বিশেষকৈ ভাৰতৰ পূব-প্ৰান্তত সেই সাম্ৰাজ্যবাদী ক্ষমতা লিপ্সু সকলৰ শক্তি পৰীক্ষাৰ থলি হৈ পৰিছিল। হেজাৰ-হেজাৰ সৈনিকে দেশৰক্ষাৰ নামত সাম্ৰাজ্যবাদী চৰকাৰৰ স্বাৰ্থৰ বাবে এই নগা পাহাৰতো প্ৰাণ বলি দিলে। এই পথেদিয়েই লেখি শেষ কৰিব নোৱাৰা কনভয় গৈছিল—বাৰ্ম্মা সীমান্তলৈ। সৈনিকৰ কনভয়, ৰচদ-পাতিৰ কনভয়, ওৱাৰ ফিল্ডত কাম কৰিবলৈ বিশেষভাৱে ৰিক্ৰুইট কৰা বনুৱাৰ দল। জাপানী সৈন্যই যেতিয়া ইংৰাজৰ প্ৰাণ কেন্দ্ৰ পৃথিবীৰ বৃহত্তম পোতাশ্ৰয় ছিঙ্গাপুৰৰ পতন ঘটাই গোটেই ব্ৰহ্মদেশ অধিকাৰ কৰিছিল, প্ৰাণৰ মায়াত, ধনৰ মোহ এৰি হেজাৰ-বিজাৰ বাৰ্ম্মিজ, মাদ্ৰাজী, বঙালী, অসমীয়া আৰু গোৰ্খালীলোক ভগনীয়া হৈ আহিছিল অসমৰ মাজেদি—এই বাটেদি! এই বাটেদিয়েই ব্ৰহ্মদেশত বিস্তৰ সম্পত্তি, আত্মীয় স্বজনৰ সান্নিধ্য এৰি থৈ যেনেকৈ পাৰিলে তেনেকৈয়ে বাটে-অবাটে, পথে-বিপথে, হাবিয়ে-অৰণ্যে পলাই আহিছিল—এধানি শান্তিৰ আশ্ৰয় বিচাৰি। পেটৰ ভোকৰ জুইকুৰা নুমাবলৈ এটেপা ভাত, এটুকুৰা ৰুটি আৰু এঢোকা পানী বিচাৰি। কিন্তু দুৰ্গম



অৰণ্য, পাহাৰী পথ অতিক্ৰম কৰি সুস্থ শৰীৰেৰে নিৰাপদ স্থান পালে কেইজনে? দিন নাই, ৰাতি নাই কৰি প্ৰাণৰ মায়াত খোজ কাঢ়ি আহি অনাহাৰে, অনিদ্ৰাই আৰু মানসিক অস্থিৰতাৰে ক'ত কিমান মৰিল, ক'ত কিমানক ৰণ-বলীয়া মিলিটেৰী মটৰে চেপি মাৰিলে তাৰ হিচাপ দিব কোনে? গছৰ তলে তলে, বনে-জঙ্ঘলে বাৰ্ম্মাৰ ৰণ-ভগনীয়াৰ দল শিয়াল-কুকুৰে নোখোৱা হৈ মৰিল। ভগনীয়া শিবিৰত কিছুমানে প্ৰাণৰ মমতাৰ বাবে আশ্ৰয় গ্ৰহণ কৰিলে—নিঃস্ব জীৱন এটাকে ধাৰণ কৰাৰ প্ৰৱল ইচ্ছাৰে। মৰণৰ তাড়নাত এটুপি পানী, এযাৰি মৰমৰ মাতৰ বাবে কাওঁ-বাওঁ কৰি অদৃশ্য কৰোবালৈ হাতদুখন আগবঢ়াই দি কতনা মৰিল তাৰ হিচাপ নাই। সেই দুৰ্ভগীয়া দলৰ অশান্ত প্ৰেতাত্মাবোৰ যেন আজিও পাহাৰৰ ছাঁত ঘূৰি ফুৰে এটা হিয়া ভগা হুমুনিয়াহ কাঢ়ি! কিবা এটা হিয়াৰ অব্যক্ত বেদনা কাৰোবাক বুজাবলৈ সুৰুঙা বিচাৰি, কিবা এটা হেৰোৱা সম্পদৰ অনুসন্ধানত সিহঁত যেন ঘূৰে! সিহঁতৰ করুণ আকুতিবোৰ যেন পাহাৰৰ অন্ধকাৰে বেৰি ধৰা গুহাবোৰত ধ্বনিত হৈ ভাবুকৰ কাণতো প্ৰতিধ্বনি তুলেহি। সেই শান্তিকামী জনতাৰ দলটোৰ প্ৰেতাত্মাবোৰে যেন কন্দৰ্পৰ চাৰিওপিনে থিয় দিয়েহি। কিমান করুণ সিহঁতৰ চাৱনি! সিহঁতে যেন সমবেত ভাৱে কৈ উঠে—"আমাক শান্তি লাগে—যুদ্ধ নালাগে। শান্তিৰে আমি পৃথিৱীত জীয়াই থাকিব খোজোঁ......।" এইটো বহুদিনীয়া পুৰণি অথচ চিৰ নতুন দাবী। যুদ্ধৰ বুকুত শান্তি বিচৰা কথাটো—সেই শান্তি কামী দলটোৰ চিৰন্তনীয়া দাবী।......

খুলি থোৱা শ্লিপাৰ যোৰা ভৰিত সুমুৱাই বহাৰ পৰা থিয় দি সি ধীৰে ধীৰে আগবাঢ়ে। আন্ধাৰে ঢাকি ধৰা পাহাৰখনৰ ফাঁকেদি অহা ৰাজ-আলিটোত সি শুনিবলৈ পায়—গৰপ্ গাৰাপ্ বুটৰ শব্দ। থমকি ৰয়—কন্দৰ্প। বহুদূৰৰ পৰা এটা তীক্ষ্ণ অথচ

গম্ভীৰ কামাণ্ড যেন তাৰ কাণত স্পষ্টভাৱে সোমায়হি—"আগে বঢ়……আগে বঢ়……।" ৰিণি-ৰিণি সুৰ এটি স্পষ্ট ভাৱে পাহাৰী গছ-বনত ঠেকা খাই পুনৰ বাজি উঠে—"কদম্ কদম্ বাঢ়ায়ে যা……।" সি বুজি পায়। সেয়া আজাদ্ হিন্দ্ ফৌজ। পৰাধীনতাৰ শিকলি খহাই ভাৰতীক স্বাধীনা কৰিবলৈ যত্নবান হোৱা নেতাজী সুভাষৰ আজাদ্-হিন্দ্ ফৌজৰ পদধ্বনি আৰু সামৰিক সঙ্গীত। স্বাধীনতা সংগ্ৰাম! "সেই সমৰত য'ত হজুৰা-বনুৱা, মুকুতিৰ আশাতেই হ'লহি ৰণুৱা"—এই শিক্ষাত দীক্ষিত হোৱা সেই ভাৰতীয় স্বাধীনতা সংগ্ৰামকাৰী দলটোৰে এটা মুষ্টিমেয় অংশৰ এয়া সমবেত সামৰিক প্ৰচেষ্টা। সেইখন মুক্তিৰ যুঁজঃ সেইবোৰ মুক্তি যুঁজৰ সেনানী।……"মুক্তি যুঁজৰ সৈনিক আমি মৰিবলৈ ভয় নাই"……। সঁচাকৈয়ে মৰিবলৈ ভয় নাই সিবিলাকৰ। সিবোৰ নিৰ্ভীক! তেজৰ সলনি স্বৰাজ লাগে। স্বৰাজ আমাৰ জন্মস্বত্ব। শোষণ-নীতিৰ শাসনৰ চকৰি ভাৰতীৰ বুকুৰ পৰা উঠি যাব লাগে; শোষণ-নীতিৰ অৱসান কৰিবই লাগিব। "গোলামী নালাগে স্বাধীন হ'ম"—দৃঢ় সঙ্কল্প।

সেয়েহে আজাদ্ হিন্দ্ ফৌজ গঠিত হ'ল। ভাৰতৰ বাহিৰত অদ্ভুত কৃত্বিতেৰে নেতাজীয়ে গঠন কৰিলে মুক্তি সেনানী দ'ল সহযোগীতা পালে জাপানৰ। জাপানৰ লক্ষ্য সাম্ৰাজ্য প্ৰতিস্থা আৰু আজাদ্ হিন্দ্ ফৌজৰ লক্ষ্য ভাৰতীৰ বন্দিনী বেশ গুচোৱাৰ। দুয়োটাৰ বিৰাট পাৰ্থক্য অথচ অপূৰ্ব্ব মিলন। সমবেত শক্তিৰ অপূৰ্ব্ব ৰণ-দক্ষতাত বৃটিছে স্বীকাৰ কৰিলে ছিঙ্গাপুৰৰ যুদ্ধ বিপৰ্য্যয়। বাৰ্ম্মাৰ সীমান্ত আৰু মণিপুৰত থৈয়া-নথৈয়া ৰণ কৰি জাপানী আৰু আজাদ্ হিন্দ্ ফৌজৰ যৌথ শক্তি সোমালহি নগা-পাহাৰ। মুক্তি-সেনানী দলে দেশৰ মাটিত ভৰি দি বীৰত্বৰ গৌৰৱত বুকু ফুলাই হৰষত, আনন্দত, জননী জন্মভূমিৰ এমুঠি মাটি কপালত ঘঁহি ল'লে। সুভাষৰ কণ্ঠ নিনাদি উঠিল……"এয়েই নহয়, এয়েই



যথেষ্ট নহয়—ভ্ৰাতৃবৃন্দ, এয়েই নহয়—মাতৃ পূজাৰ বীৰসকল! দিল্লী-দিল্লীলৈ ব'লা—দ্বিল্লী চল! দিল্লী চল!! লালকিল্লাত স্বাধীন ভাৰতৰ বিজয় পতাকা উৰুৱাই বিদেশী চৰকাৰক সাগৰৰ সিপাৰলৈ পঠাবই লাগিব।….আগবাঢ়া—আগবাঢ়া…!"

মহাৰণৰ ফিৰিঙতি নগা-পাহাৰৰ শান্ত প্ৰকৃতিৰ বুকুতো জ্বলি উঠিল। উমি উমি নহয়;—দপ্ দপ্‌কৈ। নীৰৱ বন্য প্ৰকৃতিৰ বুকুত তাণ্ডৱ-লীলা — মৰণৰ — হত্যাৰ — প্ৰতিশোধৰ — ক্ষমতা বিস্তাৰৰ। আজাদ্ হিন্দ্ ফৌজৰ সেই মৃত-সৈনিকসকলৰ গৌৰৱ ভৰা হাঁহি মুখ, কৃতজ্ঞতা ভৰা চাৱনি, আন্ধাৰৰ মাজতো কন্দৰ্পৰ চকুত জিলিকি উঠে;—মেঘৰ বুকুৰ বিজুলীৰ দৰেই।

৪

......আন্ধাৰ......আন্ধাৰ। পাহাৰী পৰিবেশ শান্তৰ পৰা শান্ততৰ হৈ পৰে। ওচৰৰ গছৰ পৰা দুই এটা জিলিয়ে চিঞঁৰি মাতে। নিলগৰ বস্তীত দুই এটা কুকুৰে শোৱাৰ পৰাই ভুকে—ভুক্—ভুক্—ভুক্। লাহে লাহে নগা-বস্তী নিতাল মাৰে। দিনটোৰ কৰ্ম্ম-ক্লান্ত চহাই ভাগৰৰ জিৰণি লয়। সাৰে থাকে যৌৱন চঞ্চল ডেকা আৰু গাভৰু; বুকুত উত্তাল যৌৱনৰ অশান্ত সঙ্গীত।......আৰু সাৰে থাকে বাতি।......

উত্তৰৰ পিনে চাই পঠিয়ালে ৰিণি ৰিণি দেখা যায়—কোহিমা নগৰখন। গছ-গছনিৰ মাজে মাজে বগা বগা বেৰবোৰ আৰু ক'লা ৰং সনা বাতামবোৰ। সৰু সৰু নগা-ঘৰবোৰৰ মামৰে খোৱা টিনৰ চালবোৰ একাকাৰ দেখি। সেউজীয়া পাহাৰৰ জুয়ে পুৰি ইটা বৰণীয়া কৰা এটা অংশহে যেনিবা। দোকমোকালি কোহিমা খন ভিচুয়েমাৰ পৰা সেমেকি থকা যেন দেখি। আকৌ ৰ'দ উঠি অহাৰ লগে-লগেই সেউজীয়া গছৰ মাজে মাজে বগা ঘৰবোৰ জিক্‌মিকাই উঠে।......এই ৰ'দ, এই বৰষুণ। এই কুঁৱলী, এই ফট্‌ফটীয়া পোহৰ। আকাশ এই তৰা বহা নীল, এই মেঘ হেন্দুলি ঘিট্‌মিটিয়া কৰা মিচ্‌মিচিয়া ক'লা। নগা-পাহাৰৰ বিচিত্ৰ ৰূপ, বিচিত্ৰ চিত্ৰ। বৈয়ামৰ মানুহে বুজিকে নাপায়। জাপুটিং বগা মেঘে ঢাকি ধৰিলেই অতি সোনকালে বৰষুণ আহিব। তেতেহলৈ যিমান ৰ'দেই নহওক। তাকে চাই নগা-বাইজে আসন্ন বতৰ নিৰ্ণয় কৰে।

আৰু সেই ছিমেটেৰীৰ ক্ৰছডাল? মহাপুৰুষ যীশুৰ শান্তিবাণী "Be At Peace"—সেই ক্ৰছডালে যেন সদায়েই ক'ৰ লাগিছে:



"When you go home
Tell them of us
And say ;—
For their tomorrow
We gave our to-day."......

কোহিমাৰ মাজেদি ভিচুয়েমালৈ যাবলৈ আহি বাচখনৰ পৰা নামিয়েই কন্দৰ্পৰ চকুত পৰিছিল—চাৰি আলি চ'কৰ ওচৰৰ ক'লা শিলচটাত কাটি লিখা বগা আখৰবোৰে জিলিকাই ৰখা কথা ফাঁকি। থমকি ৰৈ পঢ়ি চাইছিল সি। কোহিমাত সেইদিনা তাৰ নিজকে বিদেশী পৰিব্ৰাজক যেন লাগিছিল। জন-মুখৰ কোহিমাৰ নিৰ্জ্জন চুক এটাত থিয় দি থকা শিলচটাৰ বুকুত সি যেন দেখিছিল কাৰোবাৰ মৌন-বিষাদ প্ৰতিচ্ছৱি।

ভাৰত বুৰঞ্জীলৈ মনত পৰিছিল কন্দৰ্পৰ। মনত পৰিছিল—সাম্ৰাজ্য বিস্তাৰৰ বিৰাট সফলতাৰ পিচত বিপাশা নৈৰ পাৰত শিলৰ খুঁটা পুতি ৰাজ্য জয়ৰ বৰ্ণনা খোদিত কৰি থৈ যোৱা দুৰাকাঙ্ক্ষী সম্ৰাট আলেক্‌জেণ্ডাৰলৈ।......মনত পৰিছিল লুম্বুনীৰ শিলৰ বুকুত জিলিকি থকা—"বুদ্ধং শৰণং গচ্ছামি, ধৰ্ম্মং শৰণং গচ্ছামি, সঙ্ঘং শৰণং গচ্ছামি"—বুদ্ধদেৱৰ বাণীসমূহৰ কথা আৰু সৰ্ব্বত্যাগী অশোকৰ কথা।

......উৎকণ্ঠাই অস্থিৰ কৰা মন এটা লৈ সেইদিনা সি আগবাঢ়িছিল কোহিমা ওৱাৰ ছিমেটেৰীলৈ। মানসিক উৎকণ্ঠা বাঢ়ি অহাৰ লগে লগে তাৰ খোজবোৰ হৈ আহিছিল দীঘলীয়া। পাহাৰৰ বতাহত নীল আকাশৰ বুকুত বগা মেঘৰ টুকুৰাবোৰ পূবৰ পৰা পশ্চিমলৈ আৰু পশ্চিমৰ পৰা পূবলৈ অস্থিৰভাবে ঠাই সলাই ফুৰিছিল। সোণ বৰণীয়া ৰ'দজাক বগা মেঘৰ আঁৰত ঘনে-ঘনে লুকাই আৰু ওলাই লুকা-ভাকু খেলিছিল। আকৌ সেউজ সনা সৰল গছবোৰৰ চিৰিলি-চিৰিলি পাতবোৰ বতাহত জিৰ্‌জিৰ্‌কৈ

লৰিছিল। আকাশী লুকা-ভাকুখন আনন্দত মতলীয়া হোৱা সৰু ল'বা-ছোৱালী এজাকহে যেন।……

সকলোবোৰ এৰি সোমাইছিলগৈ ছিমেটেৰীত। খট্‌খটিবোৰ বেগাবেগিকৈ পাৰ হৈ তুবৰি বননি ডৰাত খোজ কাঢ়িবলৈ ভৰি ছুখন অস্থিৰ হৈ পৰিছিল—তাৰ।

থমকি ৰ'ল কন্দৰ্প। তুবৰিৰ দলিচাত খোজ পেলাবলৈ কিয় জানো সত নগ'ল তাৰ! সেউজীয়া তুবৰিৰ বগা শিপাবোৰত সি যেন দেখা পাইছে অজস্ৰ সৈনিকৰ অলেখ শোণিত-কণিকা। কোমল কলিজাৰ পৰা তীখাৰ বুলেটে ধাৰ বোৱাই অনা সৈনিকৰ কেঁচা তেজৰ কণিকা!……

স্মৃতিৰ ফলক।—ছিমেটেৰীত শাৰী-শাৰীকৈ পতা আছে মৃত-সৈনিকৰ স্মৃতিৰ ফলক। এখন ছুখন নহয়, শ-শ। সেউজীয়া তুবৰিৰ মাজৰ স্মৃতিৰ ফলক আৰু তাৰ কাষে-কাষে থিয় দি থকা ৰঙা গোলাপবোৰ। নীৰবে গোলাপবোৰ ফুলি নীৰৱেই সৰি পৰে সমাধিৰ ওপৰত—স্বৰ্গগত সৈনিকৰ আত্মাৰ কল্যাণ কামনা কৰি। দৃষ্টিয়ে ঢুকি নোপোৱাত থাকি আহিল ইবিলাকৰ আত্মীয়-স্বজন। ৰঙা গোলাপবোৰ সিবিলাকৰে যেন প্ৰতিনিধি। মানুহৰ প্ৰতিনিধি প্ৰকৃতি।

ৰুদ্ধশ্বাসে এখনৰ পিচত এখনকৈ সি পঢ়ি চাইছিল স্মৃতিফলকবোৰ। ইংৰাজ, পাঞ্জাৱী, গোৰ্খালী, অসমীয়া অনেক সৈনিকৰ সমাধি স্থলৰ স্মৃতিৰ ফলকত লিখা আছে—ৰেজিমেণ্টৰ নাম, সৈনিক নম্বৰ আৰু বয়স। লগতে মৰণৰ চন তাৰিখ আদি। স্তৰে-স্তৰে সজোৱা এই সোঁৱৰণী থলিখনৰ খট্‌খটিবোৰ বগাই-বগাই গৈ চেৰি গছজোপাৰ তলত বহিছিলগৈ সি। শৰীৰত লগা নাছিল ভাগৰ, নাছিল ক্লান্তিৰ অৱসাদ; কিন্তু মনটো যেন গধূৰ হৈ পৰিছিল গভীৰ চিন্তাত।……

……সিদিনা টেম্‌ছ নৈৰ পাৰত হয়তো থিয় দি আছিল



উইল্‌কিন্‌ছনৰ চেনেহী মাক, কৰ্ত্তব্যপৰায়ণ বাপেক আৰু উইল্‌কিন্‌ছনৰ মৰমত পমি যোৱা বায়েক-ভনীয়েকহঁত।

ইংৰাজৰ জাতীয় সঙ্গীতৰ সুৰ বজাই-বজাই পিচে-পিচে অহা বেণ্ড্ পাৰ্টিটোৰ আগে আগে আহিছিল—উইল্‌কিন্‌ছন্, ফ্ৰেডেৰিক আদিৰ চেমনীয়া চেক্সনটো। ওঠৰটা বসন্তৰ মৰমী পৰশত উইল্‌কিন্‌ছনৰ কজলা চকুহাল হৈ আহিছিল নীলা, বুকুখন হৈ আহিছিল প্ৰশান্ত আৰু চুলিবোৰ মৰমলগা সোণালী ৰঙৰ। যৌৱনৰ আগলি বতাহে মৰমৰ চুমা খাই তাৰ গাল ছুখন কৰি দিছিল ৰঙা আৰু জবা ফুলৰ পাহিৰ দৰেই মৰম কৰিবলৈ মন যোৱাকৈ কোমল।

ইছেক্স্ ৰেজিমেণ্টটো আজি যাব ভাৰতলৈ। নিজৰ দেশৰ হকে শত্ৰুৰ বিৰুদ্ধে যুঁজিবলৈ। ভাৰত—ভাৰতবৰ্ষ! ব—হু—ত দূৰত। বহু—ত—দূৰত। মহাসাগৰৰ পিচত সাগৰ, সাগৰ পাৰহৈ উপসাগৰ, দেশৰ পিচত দেশ এৰিহে পায়গৈ—ভাৰত। ইংৰাজৰ শ্ৰেষ্ঠতম ঔপনিবেশিক সাম্ৰাজ্য। য'ৰ মাটিৰ চপৰাত আছে হীৰা-মুকুতা।……যুঁজ!—যুঁজলৈ যাব উইল্‌কিন্‌ছন্। শত্ৰুৱে হয় যুঁজ। ধ্বংশ হয় দেশ। নগৰ, উপনগৰ পৰিণত হয়—মৰুভূমিত। সেই যুঁজলৈ যাব উইল্‌কিন্‌ছন্!

আত্মীয়-স্বজনক দেখা কৰিবলৈ পোৱা সময়খিনিতে উইল্‌কিন্‌ছন্ আগবাঢ়ি আহিছিল মাকৰ পিনে,—বিদায় ল'বলৈ! বিদায়! বিদায়!! কিমান কৰুণতা সনা এই শব্দটো? বহুত দিনৰ বাবে, বহুত দূৰলৈ উইল্‌কিন্‌ছন্ আজি বিদায় লৈ যাবগৈ! য'ত মৰণ-দেৱতাই অবিৰাম ভাবে নাচি আছে তাণ্ডৱ নৃত্যেৰে। "উইল্‌কিন্‌ছন্! হাঁয়—উইল্‌কিন্‌ছন্! তোক বিদায় দিবলৈ মোৰ অন্তৰে নসহে।"……

উইল্‌কিন্‌ছন্ যিমানে মাকৰ ওচৰলৈ আগবাঢ়ি আহিছিল সিমানে মাকৰ অন্তৰখন বিদায়ৰ বেদনাত অস্থিৰ হৈ পৰিছিল।

"উইল্ !"—সাগৰৰ দৰে গভীৰ মৰম মাকৰ বুকুত। উইল্কিন্‌ছন ওচৰ চপাৰ লগে লগে সাবট মাৰি বুকুত সুমুৱাই লৈছিল মৰমৰ একেটি পুতেকক। মৰমী মাকৰ বুকুৰ মাজত সোমাই চেমনীয়া সৈনিক মুহূৰ্ত্তৰ বাবে বিহ্বল হৈ পৰিছিল। অলিভ্ গ্ৰীণ ৰঙৰ ইউনিফৰ্মটোৰ মাজত ওলাই থকা মৰম লগা তাৰ কোমল মুখখনি বিদায়ৰ পূৰ্ব্ব মুহূৰ্ত্তত ৰঙা পৰি গৈছিল। চকু দুটাইদি ওলাই আহিছিল দুধাৰি লোটক।......

"মা-মা !—" অকণমানি ল'ৰাটোৰ দৰেই মাকৰ বুকুত মুখখন সুমুৱাই মাকৰ পিনে একেথৰে চাই সি মাতিছিল। বেদনা-কাতৰ মাতৃৰ মুখত কথা ক'বলৈ ভাষা নাছিল। মাতৃ হৃদয়ে মৰম ওপচাই দিলে তাৰ গালে মুখে। তাৰ চকুহালৰ অলেখ চকুলোৱে তিয়াই দিলে দুয়োখন গাল। তথাপি সি হাঁহিলে। বীৰৰ হাঁহি। সৈনিকৰ ধৈৰ্য্যৰ হাঁহি। বাপেকৰ হাঁহিত আছিল—গৌৰৱ আৰু বেদনাৰ এটা অদ্ভুত সংমিশ্ৰণ।

...ইছেক্স ৰেজিমেণ্টৰ চেমনীয়া দলটোক বুকুত সুমুৱাই সাগৰৰ বুকুত ঢৌ খেলি-খেলি জাহাজখন ভাৰতমুৱা হ'ল। চকুৰ পানী মচিবলৈ লোৱা ৰুমালখন জোকাৰি-জোকাৰি উদাস দৃষ্টিৰে চাই ৰ'ল উইল্কিন্‌ছনৰ মাক—আৰু বহুতো...

৬

...যুদ্ধ ভাগিল। মহাৰণৰ বলীয়া বতাহ শাম কাটিছে যুদ্ধ আৰু নাই। উইল্কিন্‌ছনৰ মাকৰ যে, কিমান আনন্দ! প'ষ্টমেনে দুৱাৰত নক্ কৰিলে দৌৰমাৰি গৈ নিজে দুৱাৰখন খুলি বাহিৰ ওলাই আহে। হয়তো উইল্কিন্‌ছনৰ চিঠি আহিব এই আশাত। কেতিয়াকৈ ঘৰ পাবহি তাকে হয়তো লিখিব। আয়ৈ দেহি! জ্বলা জুইৰ মাজত যুঁজি যুঁজি চাগে' অকণমানি ল'ৰাটোৰ ভালেখিনি পৰিবৰ্ত্তন হৈ গৈছে। সি হয়তো ডাঙৰেই হৈছে ইমানদিনে! অন্ হিজ্ মেজেষ্টিজ্ চাৰ্ভিচ্ ক'ভাৰৰ চিঠিখন ৰুদ্ধশ্বাসে খুলি উইল্কিন্‌ছনৰ মাকে পালে কি ?......ভাৰতৰ পূব সীমান্তত জাপানী শত্ৰুৰ বিপক্ষে যুঁজি ইছেক্স ৰেজিমেণ্টৰ সৈনিক উইল্কিন্‌ছনৰ মৃত্যু হৈছে......।" মৃত্যু ! নিয়তিৰ পৰিহাস ! মহিমাময় মৰণ দেৱতা তুমি কাকো ক্ষমা নকৰা। সমদৰ্শী মৃত্যু তুমি ! তুমি উইল্কিন্‌ছনকো ক্ষমা নকৰিলা।......পুত্ৰ শোকত হিয়া ভাঙি কান্দি, চেমনীয়া সৈনিকৰ মাতৃ হৃদয়ে সাত সাগৰ, তেৰ নদীৰ সিপাৰত হাঁহি হাঁহি শত্ৰুৰ হাতত প্ৰাণ বলি দিয়া বীৰৰ স্বৰ্গগত আত্মাৰ অসন্তুষ্টি নানিলে। চকুৰ পানীবোৰ পৰম ধৈৰ্য্যৰে মচি নীৰৱে থিয় দিলে পৰমপিতা ত্ৰাণকৰ্ত্তা যীশুৰ প্ৰশান্তময় ছবিখনৰ ওচৰত। নিজে নিজেই ওলাই আহিল এটা গভীৰ দুখৰ শোকময় হুমুনিয়াহ আৰু বাইবেলৰ এটা ছত্ৰ—

He laid his greatest gift to the alter of God : His life" পৰম করুণাময় ঈশ্বৰৰ বেদীত সি আগবঢ়ালে শ্ৰেষ্ঠতম দান—তাৰ প্ৰাণ। ছিমেটেৰীত সমাধিস্থ হোৱা হেজাৰ হেজাৰ ইংৰাজ সৈনিকৰ মাজত বয়সত আটাইতকৈ সৰু উইল্কিন্‌ছনৰ

প্ৰাণ বলিদান সঁচাকৈয়ে শ্ৰেষ্ঠতম। কন্দৰ্পৰ ভৰিৰ তলত লুকাই আছে উইলকিন্‌ছনৰ সমাধি। লুকাই আছে আঁঠাইশটা বসন্তৰ পৰশ পোৱা জন্‌ছনৰ সমাধি আৰু বহুতৰ!······সাগৰৰ সিপাৰত এৰি থৈ আহিছিল আত্মীয় স্বজন! সাগৰৰ সিপাৰ ঃ বহুতো দূৰ!······

পাঞ্জাৱৰ ঘেঁহু পথাৰত বাতিপুৱাৰে পৰা দুহাত বেলি পৰালৈকে শুকান চপৰাত হালবাই ভাগৰি পৰিছে—মোছলেম্ খান। বয়সে চেপি অনা শুকান আৰু ক'লা ছালৰ খহটা কপালৰ কাষেদি আধা পকা কুট্‌কুটিয়া ডাঢ়িৰ মাজেদি বৈ আহিছে ঘামৰ নিজৰা। ডেকা বয়সৰ দুহাত বহল আৰু সময়ৰ প্ৰতিশোধে হোলা পেলোৱা বুকুখনলৈ বাগৰি যোৱা ঘামবোৰ মূৰত মাৰি লোৱা গামোচাখনেৰে মোহাৰি কঁকালত হাত দি অৱশভাৱে দলি চপৰাবোৰলৈ একেথৰে চাই ৰয় সি। জিলিক্-মিলিক্ দুপৰীয়াৰ পকা ৰ'দে শুকান চপৰাত মৰিচিকাৰ সৃষ্টি কৰে। মোছলেম্ খানৰ শূন্য দৃষ্টিত ভুমুকি মাৰে এটি ষোল্ল বছৰীয়া সবল আৰু সুঠাম দেহৰ ন-যোৱানৰ প্ৰতিচ্ছবি। বাৰ বছৰ আগতে—হয় ঠিক্ বাৰ বছৰ আগতে এই প্ৰতিচ্ছবিৰ বাস্তৱ ৰূপ হেৰাই গৈছে। আকবৰ খান! বাৰবছৰ আগতে হেৰাই যোৱা আকবৰ খানৰ বাপেক সি। মৰণৰ বিভীষিকা, বিপদৰ বিজুলীক ভয় নকৰা ষোল বছৰীয়া আকবৰ খানে বৰ হেঁপাহেৰে যোগ দিছিল ছেকেণ্ড্ পাঞ্জাৱ ৰেজিমেণ্টত—সৈনিক হিচাপে। তাৰ পিচত প্ৰমোছন পালে নায়কলৈ। আৰু? আৰু এদিন সেই মহাসমৰৰ যুগতে অমৃতসৰৰ পৰা স্পেচিয়েল ট্ৰেইন এখনে তাক লৈ আহিল ভাৰতৰ পূব সীমান্তলৈ! য'ত শত্ৰুৰ হাতত, জাপানীৰ হাতত মিত্ৰপক্ষৰ যাওঁ যাওঁ অৱস্থা। যুদ্ধৰ প্ৰলয় অগণিত একোকে নমনা অৱস্থাৰ মাজত সোমাই পৰিল আকবৰ খান।

যুজৰ সৈনিক ঘৰমুৱা হ'ল। কিন্তু নহ'ল আকবৰ খান।



নগা পাহাৰে তাক বিদায় নিদিলে। শত্ৰুৱে নকৰিলে ক্ষমা। ষোল্লটা পচোৱাই চুই যোৱা আকবৰে বিৰাট সংসাৰখনৰ বিচিত্ৰতা একোকে নুবুজিলে······"আকবৰ খান—মেৰা মুণ্ডা; মেৰা লেড়কা!" হিয়া-ভঙা হুমুনিয়াহ এটা ওলাই বাৰ্দ্ধক্যই পঙ্গু কৰি পেলোৱা গালৰ ওপৰেদি বাগৰি আহে—চকুৰ পানী। কঁপা-কঁপা হাতেৰে জোৰকৈ সাৱটি ধৰে বুকুখন। অকলশৰে এই বুঢ়া বয়সত ঘেঁহু পথাৰত হাল বাই-বাই ভাগৰ পলুৱাবলৈ বহিলে মোছলেম্ খানৰ জিৰণি নাহে। আহে স্বৰ্গগামী পুতেকৰ সোঁৱৰণীৰ হুমুনিয়াহ। বুকু ভাঙি যায়। কিন্তু নায়ক আকবৰ খান চিৰকাললৈ স্তব্ধ, নীৰৱ!······

······"মেৰ' এওটা চড়া ঠিয়', তেইপণি আঁঠাৰ বৰ্‌ছ্ছ নপুকুদৈ কোহিমা লাড়াই মা দেহাত ভ'।"·· ···

"মোৰ পুতাইৰ ওঁঠৰটা বছৰ নহওঁতেই কোহিমাৰ মহাসমৰত হাড়ে মাটি খালে ঐ"—, সেয়া নেপালত জন বাহাদুৰৰ বাপেকৰ হুমুনিয়াহ। ওচৰৰ বাটটোৱেদি গৰুৰ পাল খেদি লৈ যোৱা ভক্ত বাহাদুৰক দেখি কোহিমাত জাপানী বুলেটে ধৰাশায়ী কৰা সৈনিক জন বাহাদুৰৰ বাপেকে খৰি ফালিবলৈ লোৱা হাতৰ কুঠাৰ খন থেকেচা মাৰি থৈ মূৰে-কপালে হাত দি বহিছে। গাঁৱত জন বাহাদুৰৰ সমনীয়া ল'ৰাৰ বিয়াত চানাই বাজে। জন বাহাদুৰৰ মাকে বিছনাত পৰি হিয়া ঢাকুৰি কান্দে—"কাঞ্চা ঐ······!"

ছিমেন্টেৰীখনত বহি বহি সেইবোৰ কথাকে ভাবিছিল সি। সেই সমাধি থলিত আকৌ পাক্ এটা মাৰি নামি আহিবলৈ সাজু হ'ল কন্দৰ্প। বেলি ডুবাৰ পাতল আন্ধাৰতো সেই প্ৰতিলিপি খনৰ বগা বগা আখৰবোৰ—নহয়, এৰি অহা মৃত সৈনিকসকলৰ প্ৰাণৰ আকুতিৰ প্ৰতিলিপিখন জিলিকি আছে—

"When you go home
Tell them of us
and say ;—
For their tomorrow
we gave our to-day..............."

মই নাপাহৰোঁ। কন্দৰ্পৰ মনটোৱে নিজে নিজে ক'লে। মই তোমালোকৰ কথা নাপাহৰোঁ। জন্‌চন্, উইল্‌কিন্‌ছন্, আকবৰ খান আৰু জন বাহাদুৰ! মই তোমালোকৰ কাকোৰেই পাহাৰব নোৱাৰোঁ। জন্‌চন্ তোমাৰ মায়ে ঠিকেই কৈছে। সদায় ৰাতিপুৱা আৰু গধূলি আমি তোমাৰ কথা মনত পেলাম। ময়ো কওঁ জন্‌চন্, তোমাৰ কথাই নহয়—তোমালোক আটাইৰে কথা আমি কোনেও নাপাহৰোঁ। কেলেই পাহৰিম বাৰু? আমি ইমান অকৃতজ্ঞ নহওঁ।

When···y···o···u······go······h···o···m···e." নামি-বলৈ বুলি খট্‌খটিটোত ভৰি এখন আগবঢ়াই দিয়েই মনত পৰিল তাৰ সেই বাক্যটো। হাতত লৈ থকা তুববিৰ আগকেইটালৈ চালে। লেবেলি শেতা পৰা গোলাপৰ পাহিকেইটা তুববিৰ পাতবোৰৰ মাজত কুচি-মুচি সোমাই আছে।·········When y···o···u···g···o···h···o···m···e. মনত পৰিছে আকৌ মৰ্ম্ম-বাণাষাৰি আৰু চকুৰ আগত জিলিকি উঠিছে এখন সাগৰ। নীলা সাগৰৰ অস্থিৰ ঢৌ! বাওঁ হাতৰ পৰা সোঁ-হাতলৈ তুববিৰ আগ কেইটামান আনি সন্মুখলৈ লাহে-লাহে ছটিয়াই দিলে সি। কল্পনাৰ সাগৰত পাৰৰ বতাহে নচুৱাই অস্থিৰ কৰা ৰূপালী চুলিবোৰ উইলকিন্‌ছনৰ মাকৰ গালে-মুখে লিপিত খাই ধৰিছে। বয়স আৰু শোকে শোটোৰা পেলোৱা মাতৃ মুখৰ আজিও চকুৰ পানীৰ দাগ শুকুৱা নাই। বাধা দিও দমাই ৰাখিব নোৱাৰি মনটো।···নাহে···নাহে, আই,!···তোমাৰ উইলকিন্‌ছন্ আৰু



নাহে।···তুমি ঘূৰি যোঁৱা···তুববিৰ আগবোৰ সাগৰৰ ঢৌৱে উটুৱাই নিছে। সিহঁতেই মাকক দিবগৈ পুতেকৰ বতৰা। এযুগ পুৰণি অথচ মাতৃ-হৃদয়ে নমনা খবৰ।······

T···e···l···l···t···h···e···m···o···f···u···s··· কাৰপাৰ্ক খন পায়হি সি। টুকুৰা-টুকুৰ শিলৰ ঘাঁহ-বন নোহোৱা কাৰ পাৰ্কখনত খোজবোৰ শব্দ কৰি উঠে।···কাৰপাৰ্ক নহয়; এয়া ছিমেটেৰীৰ ভিজিটৰৰ কাৰপাৰ্ক নহয়। এয়া পাঞ্জাৱৰ ঘেঁহুৰ পথাৰ। এইবোৰ শুকান চপৰা। বুঢ়া মোছলেম্ খানে চহোৱা ঘেঁহুৰ পথাৰ। ভাগৰত জিৰাবলৈ বুলি ক'ৰবাত বহি বুঢ়াই কথা ভাবিছে।···T···e···l···l···t···h···e···m···o···f···u···s. হাতত থকা গোলাপৰ পাহি কেইটামান নিজেই ক'ব নোৱাৰাকৈ সৰি পৰিল তাৰ হাতৰ পৰা। আমাৰ বাতৰি ক'বা, আমাৰ বাতৰি মোছলেম্ খানক দিবা। মোছলেম্ খানে বাতৰি পাব। আকৌ শোকৰ উজান উঠিব।······

পাৰিপাৰ্শ্বিকতা ক্ৰমে অস্বাভাৱিক হৈ আহিছে। তাৰ মনটোও হৈ পৰিছে চিন্তাক্ৰান্ত। কুমলীয়া সৈনিকৰ দল এটাই তাৰ চকুৰ আগত থিয় দি তাক যেন কিবা ক'বলৈ বিচাৰিছে। কঁপা-কঁপা হাতখনেৰে ইহাতৰ ফুলখিনি সিহাতলৈ নিলে। For···their···to···morrow···for···their···to···morrow. মনটো আৰু গধুৰ লাগিছে তাৰ। উইল্‌কিন্‌ছন্, জন বাহাদুৰ আকবৰ খান আটাইবোৰে তাক চকামকাকৈ দেখা দি আকৌ আঁতৰি গৈছে। আকৌ আহিছে।······When···y···o···u··· g···o···h···o···m···e. ঘৰলৈ গ'লে, নিজৰ দেশলৈ গ'লে.... আমাৰ বাতৰি ক'বা।····আমাৰ বাতৰি ক'বা।····ইংলণ্ডত, পাঞ্জাৱত ক'বলৈ নাপাহৰিবা।···নেপালতো সকলোকে ক'বা। For···their···to···morrow···কন্দৰ্পৰ চকুহাল সেমেকি উঠিছে। চকুৰ কোণত চকুপানী জমিছে। সিহঁতৰ কুমলীয়া মুখবোৰ শেতা

পৰি গৈছে।···অদূৰৰ পাইন গছবোৰ নীৰৱ সাক্ষী। উইপিং উইল' কে'জোপা সিহঁতৰ শোকতে মৰ্ম্মাহত।···We···gave··· our....to....day···t···o···o···d···d···a···a···y···y. বৰ্ত্তমান ···আজি···। দুহাতেৰে দুবাৰৰ আগ আৰু গোলাপৰ বাকী থকা পাহিকেইটা আঁজলি পাতি ল'লে সি। আজি শ্বহীদৰ পূজা! বীৰৰ পূজা! পৃথিবীক ভৱিষ্যতৰ সম্ভাৱনা দি আপোন সত্ত্বাক বিসৰ্জ্জন দিয়া উইল্‌কিনছনৰ পূজা, আকবৰ খান আৰু জন বাহাদুৰৰ পূজা। ধাৰ ধৰি বৈ অহা চকুৰপানী দুটোপা ফুলৰ শুকান পাহিকে'টাৰ ওপৰতে পৰি ৰ'ল। লাহে-লাহে সন্মুখলৈ হালি গৈ হাতৰ আঁজলিটো সি ছটিয়াই দিলে সিবিলাকৰ অশৰীৰী আত্মাৰ কল্যাণৰ বাবে—পৰম শ্ৰদ্ধাৰে।

৬

নগা পাহাৰত ডাৱৰ জমাৰ কথাবোৰ পোনপ্ৰথমে যেতিয়া খবৰ কাগজত প্ৰকাশ পায় কন্দৰ্প তেতিয়া ভৈয়ামত। নগা পাহাৰৰ অশান্ত অৱস্থাৰ থূলমূলীয়া বাতৰিবোৰে তেতিয়াও ভৈয়ামৰ মানুহৰ মন বৰ বিশেষকৈ আকৰ্ষণ কৰিব পৰা নাছিল। বৰং মন এওঁৰো বিধৰহে আছিল। আনে যিয়েই নকওক সি হ'লে সেইবোৰৰ প্ৰতি কাণ-সাৰ কৰা নাছিল। যি হয় হৈ থাওক বুলি আওকাণ কৰি আছিল। অৱশেষত পাকচক্ৰত পৰি কন্দৰ্প কিন্তু নগা পাহাৰলৈকে আহিব লগাত পৰিল। আহিয়েই সি দেখিলে কথা বিষম। ভৈয়ামত কৰা বিধৰ আওকাণ কৰিবলগীয়া প্ৰকৃততে নহয়। নগা পাহাৰ খনকেই জুইৰ ফিৰিঙতিয়ে ছানি ধৰিছে। দপ্‌-দপ্‌কৈ জ্বলা নাই, উমি উমি জ্বলিছে। কিন্তু মোকক্‌চাং আৰু ওখাৰ পিনে পূৰাদমেই লাগি গৈছে বিদ্ৰোহী দলে। দিনে-দিনে অৱস্থাৰ ৰূপান্তৰ ঘটাৰ লগে-লগে চৰকাৰেও বিদ্ৰোহী নগাই কৰা অশান্তিৰ পৰিবৰ্ত্তে শান্তি আনিবলৈ আৰু অত্যাচাৰীক দমন কৰিবলৈ কঁকালত টঙালি বান্ধি লাগি গৈছে।

ইতিমধ্যে '৫৬ৰ ২৮ জানুৱাৰীত ডিমাপুৰ পুলিচ থানাৰ বাহিৰে গোটেই নগা পাহাৰকে ৰাজ্যিক উপদ্ৰুত অঞ্চল বুলি অসম চৰকাৰে ঘোষণা কৰিলে। দিনে-দিনে নগা পাহাৰে বেয়াৰ পৰা শোচনীয় ৰূপ ল'বলৈ ধৰিলে। খবৰো পোৱা গ'ল,—আজি বোলে অমুকত বেটেলিয়ানৰ চিপাহীৰ লগত বিদ্ৰোহী নগাৰ ধাবাসাৰে গুলীয়া-গুলী হ'ল। ইমানটা চিপাহী মৰিল, ইমানটা জখম হ'ল। তমুকত বোলে আমাৰ চিপাহীৰ ৰেচনৰ নাটনি। গাড়ী যাবলৈকো বাট বিপদ-সঙ্কুল। ৰেচন দিবলৈ গৈ বাটতে হয় যুদ্ধ। আকৌ বোলে কি নাম জানো আছিল—হেৰি আউট

প'ষ্টৰ চিপাহীবোৰৰ ইউনিফৰ্ম্ম, ৰাইফল আৰু বুলেট সোপাকে নগাবোৰে কাঢ়ি নিলে। ভাগ্যে প্ৰাণে নামাৰিলে। কি যে, আচৰিত—ক'ৰবাৰ ভিতৰুৱা ঠাই এখনৰ পৰা ঘূৰি আহোঁতে বোলে খোদ্ আয়ুক্তৰ গালৈকেই পাহাৰৰ ওপৰৰ পৰা বিধৰ্ম্মী বিদ্ৰোহীহঁতে গুলী মাৰিছিল। ঈশ্বৰ সহায় বুলিহে! এই খবৰ বোৰ নগা পাহাৰৰ মানুহৰ মুখৰেই অৱশ্যে নহয়। ৰাজধানীৰ বৰমূৰীয়া সকলৰ স্বীকৃতিত খবৰ কাগজবোৰেও এইবিলাক ছপা কৰিলে। নগা পাহাৰত বিদ্ৰোহৰ জুই জ্বলি উঠিছে।......

কন্দৰ্পই ভিচুয়েমাত পোৱা সহকৰ্ম্মী সকলৰ ভিতৰত এজনী আছিল মিড্ৱাইফ্। তাই কোহিমা ছোট-বস্তীৰ আঙ্গামী ছোৱালী। বাপেক ৰিটায়াৰ্ড চৰকাৰী ডাক্তৰ। কোহিমাত ফাৰ্ম্মেচী খুলি লৈছে এতিয়া।

আনজনী ছোৱালী লেবাৰ ওৱাৰ্কাৰ। তাই ভিচুয়েমাৰে স্থানীয়। আৰু এজন প্ৰজেক্টৰ গ্ৰামসেৱক। তেওঁ কিগুয়েমা বস্তীৰ নগা ডেকা। প্ৰত্যেকৰে বেলেগ-বেলেগ কাম যদিও তাৰ আৰু অন্য অফিচাৰ বা সহকৰ্ম্মী বুলিবলৈ কোনো নাই। অকণমানি পাহাৰী ঠাইখনত কন্দৰ্পৰ লগৰীয়া সিহঁতেই।

নগা পাহাৰৰ আটাইতকৈ বিৰক্তিকৰ দিন হ'ল বাৰিষাৰ দিনবোৰ। পাহাৰত বৰষুণ হ'বলৈ পালে শাম কাটিবৰ আৰু নাই। ৰ'দৰ মুখ নাইবা ফৰকাল বতৰৰ মুখ নেদেখাকৈ দিনৰ পিছত দিনকৈ মাহত পৰেগৈ। ইপিনে ৰাস্তাত হয় বোকা আৰু বস্তু-বাহানিৰ হয় অভাৱ। ঠিক্ এই ওলাব-সোমাব নোৱাৰা অৱস্থাতেই গণ্ডগোল বেছি হৈ আহিল। লগে-লগে পাহাৰৰ সদৰ ঠাই কোহিমা হ'ল—নাগা হিলছ্ অপাৰেছনেল্ হেড্-কোৱাৰ্টাৰ। নিৰিবিলি কোহিমাৰ ৰাজপথ মিলিটেৰী মটৰ-ট্ৰাক, জীপ আদিৰে ব্যস্ত হৈ পৰিল। মিলিটেৰী বুটৰ গৰপ্-গাৰাপ, শব্দ, বিৰাম-হীন মটৰৰ আহ-যাহে কোহিমাৰ, লগে-লগে নগা পাহাৰৰো



পাৰিপাৰ্শ্বিকতা বেচ গৰম কৰি তুলিছে। কোহিমাৰ হাবি-বননি কাটি তুলিছে ইণ্ডিয়ান আৰ্ম্মি কেম্পৰ তম্বু। পাতিছে—মিলিটেৰী অফিচাৰৰ অফিচ।

এনেকৈয়ে দিনবোৰ পাৰ হৈ গৈছে। সিদিনা জুন মাহৰ দহ তাৰিখ। দেওবাৰ। বাহিৰত বৰকৈ ওলোৱা-সোমোৱা, ফুৰা-চকা বন্ধ কৰি দিছে কন্দৰ্পই। বাহিৰৰ ক'ত কেনেকুৱা গণ্ডগোল হৈছে সি আজি কেবাদিনো ভাল খবৰ পোৱা নাই। নিজৰ নিয়মিত কামৰ মাজেদিয়েই সি কটাই আছে তাৰ দৈনন্দিন জীৱনৰ দিনবোৰ।

সেইদিনা গধূলি ভিচুয়েমাৰ আশে-পাশে বহুতো সশস্ত্ৰ নগা-চিপাহী পিয়াপি দি ঘূৰি ফুৰা দেখা গ'ল। লাহে-লাহে সন্ধিয়া নামি আহিল। সিহঁতো ক্ৰমে-ক্ৰমে ভিচুয়েমাৰ ডাক্তৰখানা, কন্দৰ্পৰ ঘৰ, গ্ৰামসেৱক, মিড্ৱাইফৰ থকা ঠাই আৰু বস্তীভ জুৰি পৰিল। সংখ্যাও সিহঁতৰ গাৰহঁতৰ হৈ আহিছে।

কন্দৰ্প ডুপৰীয়া বস্তীলৈ গৈছিল কিবা এটা কামত। ঘূৰি আহোঁতে অলপ পলমেই হৈছিল। অৱশ্যে আনদিনাতকৈ সোনকালেই আহিছিল। আহিয়েই সি দেখিলে মিড্ৱাইফৰ ঘৰৰ তলা বন্ধ। খবৰ লৈ তাৰ খং উঠি গ'ল। তাই বোলে কোহিমালৈ গুচি গৈছে। তাৰে ডাক্তৰখানাত কাম কৰে অথচ সিয়ে গম নাপায় এইবোৰৰ। তাই জানো এইবোৰৰ কিবা গম পাইছিল? যদি পাইছিলেই তাকো নক'লে কেলেই? যাঃ য'তে মৰে মৰকগৈ। খংতো সামৰি সি মনে মনে থাকিল। নিচেই অকলশৰীয়াভাৱে সন্দেহ আৰু শঙ্কাৰে কটাই দিলে ৰাতিটো। ৰাতি নহয় যেন এটা যুগ!

খুব ৰাতিপুৱাতে সি বিছনা এৰি উঠিল। ভাল টোপনিতো নায়েই—বাহিৰ ওলাই তাৰ মনটো বিৰক্তিৰে ভৰি পৰিল। কিছুমান নগা-চিপাহী তাৰ ঘৰৰ চাৰিওপিনে কিবা হেকুওৱা বস্তু

বিচৰাদি ঘূৰি ফুৰিছে। মাজে-মাজে সিহঁতে তালৈ মূৰ তুলি চায়। সি মতা নাই। সিহঁতেও। বস্তীৰ মানুহ তেতিয়ালৈকে কোনো বাহিৰ ওলোৱা নাই। সিহঁতেও চাগৈ কিবা এটা অশুভ খবৰৰ শঙ্কাত ৰাতিটো উজাগৰে কটাই দি কোনো বাহিৰলৈ ওলাবলৈকে সাহস কৰা নাই! আনদিনা হ'লে ইমান সময়ে 'হৈ-হৈ' কৰি নগা-চহাবোৰ সমবেতভাৱে খেতিৰ পথাৰত কাম কৰিবলৈ ওলাই যায়

( ৭ )

কন্দৰ্পই ডাক্তৰখানা খুলিব লাগে চাৰে ছয় বজাত। সিদিনা ৰাতিপুৱাতে কেইজনমান নগা-চিপাহী আহি ক'লেহি যে, সি ডাক্তৰখানা তেতিয়াই খুলিব লাগে। বহুত মানুহ দৰৱ ল'বলৈ আহি বাহিৰত থিয় দি আছেহি। সিহঁতৰ কথাত একো বাদ-বিসম্বাদ নকৰাকৈ সি তেতিয়াই ডাক্তৰখানা খুলিবলৈ আহিল। তেতিয়া পাচ বাজি গৈছে মাত্ৰ। দৰৱ দিয়া খিড়িকীখন ভিতৰৰ পৰা খুলি দি সি দেখিলে খিড়িকীৰ মুখত এজাক মানুহ। তাৰে কিছুমান সশস্ত্ৰ নগা-চিপাহী আৰু কিছুমান বস্তীৰ মানুহ। চিনাকি মানুহ কোনোবা আছে নেকি সি চাই দেখিলে এজনো নাই। আটাইবোৰ অচিনাকি। অ' গোঁসাই! এই অচিনাকি মানুহ জাকৰ আজি একেলগেনো বেমাৰ হ'বলৈ পালেনে! সিহঁতৰ বেছি ভাগকেই একে দৰৱকেই দিলে সি। কাৰণ সিহঁত আটায়ে একে বেমাৰৰ কথাকে কৈছিল। পানী লগা, পেটৰ বিষ, পেটৰ কামোৰণি আৰু গ্ৰহণীৰ বাহিৰে কাৰো মুখত আন বেমাৰৰ কথা নুশুনিলে সি। যিমান সোনকালে পাৰে সিহঁতক বিদায় দিবলৈ কন্দৰ্পই খৰহাতকৈ দৰৱবোৰ দিবলৈ ধৰিলে। তাৰ মাজতেই সি আনখন খিড়িকীৰে বাহিৰৰ ৰাজপথৰ পিনে চায়। বাৰে-বাৰে তাৰ মনটো কিবা এটা শঙ্কাত অন্যমনস্ক হৈ পৰে। বটলত ভৰাব খোজা দৰৱবোৰ তুবাৰ নেএবাৰ কাগজত টোপোলা বান্ধিবলৈকো খুজিছিল। ক'তা—বাহিৰত দেখোন কোনো মানুহ নাই! এজন চৰকাৰী মিলিটেৰী নাই, এখন মটৰো নাই। জনশূন্য ৰাজপথটোৰ পিনে চাই চাই তাৰ মনটো হতাশ হৈ পৰিল।

কোনোমতে হাত আজৰি পাই কন্দৰ্প বাহিৰলৈ ওলাই আহিল। বাহিৰত দেখিলে এজাক চিপাহীয়ে ডাক্তৰখানা ঘেৰি

আছে। এজন চিপাহীৰ চকুৰে-চকুৰে পৰাত সিয়েই তাক সুধিলে ,—"কি চাইছে? আমি ৰাস্তাৰ দলং ভাঙি দিছে। টেলিফোন, টেলিগ্ৰাফৰো তাঁৰ কাটি দিছে,—জানে? কোহিমালৈ খবৰ আহিবও নোৱাৰে, যাবও নোৱাৰে। মটৰতো আহিব নোৱাৰেই। আৰু আহিবনো কোন? আমাৰ সৈন্যবোৰে কোহিমা আক্ৰমণ কৰিছে, খবৰ পায়?" নিমাত হৈ ৰ'ল কন্দৰ্প।

কেইজনমান নগা-চিপাহী আৰু এজন অফিচাৰ তাৰ ঘৰৰ পিনে যোৱা দেখি সিও ডাক্তৰখানাৰ পৰা ওলাই আগবাঢ়ি গ'ল।

ওচৰলৈ গৈ সি দেখিলে অফিচাৰজন আৰু দুজন চিপাহী তাৰ ঘৰৰ বাৰান্দাত থিয় দি আছে! অফিচাৰজন বোলে ৰিগ্ৰেডিয়াৰ! তেওঁৰ কঁকালত ওলমি আছে এটা পিস্তল। বাকী দুজন ৰাইফল কান্ধত লোৱা চিপাহী।

সি গৈ ওচৰ পোৱাৰ লগে-লগে অফিচাৰজনে হেণ্ড্চেক কাৰ খুউৱ চিনাকি সুৰত আৰম্ভ কৰিলে—"কেনে আছে? ভালে আছে নহয়? বাৰু এটা কথা কৈ থওঁ দেই। আমাৰ চিপাহীবোৰ কেউপিনে ঘূৰি ফুৰিছে। আপুনি বাহিৰ ওলাই কেনিও যাবলৈ চেষ্টা নকৰিব। সিহঁতে আপোনাৰ কিবা অপকাৰ কৰিবও পাৰে। সাৱধানে থাকিব দেই।" কথাখিনি কৈ কন্দৰ্পৰ পিনে চাই সিহঁত গুচি গ'ল। কন্দৰ্পই একোকে ক'বলৈ নাপালে। অৱশ্যে শলাগণিৰ বাহিৰে ক'বলৈ তাৰ নাছিলো একোকে।

..."আমাৰ সৈন্যই কিবা অপকাৰ কৰিব পাৰে"—কথাষাৰ আকৌ মনত পৰিল তাৰ ভাত খাবলৈ বহোঁতে। সিঁহতৰ চিপাহী! সিহঁত স্বাধীন হ'লেই নেকি? আমি বিদেশত নেকি? মনটো বেয়া লাগি গ'ল তাৰ। ভাতৰ পাতত বহি গধূৰ মনটোৰে সি ভাত খাবলৈ আৰু নোৱাৰিলে। কাঁহীত ভাত সোপা তেনেই এৰি সি বৰ অৱশভাৱে বিছনাখনত দীঘল দি পৰিলগৈ। ভাওনাৰ সূত্ৰধাৰীহে উলিয়ালা, ভাওনা বা কি দেখুওৱা



তোমালোকেহে জানা! কন্দৰ্পই শুই শুই ভাবিলে। টোপনি অহা নাছিল যদিও চকু দুটা মুদি দি শুবলৈ চেষ্টা কৰিলে।

সময় দিনৰ আঠ মান বাজিছে। কন্দৰ্পৰ মনটো অশান্তিৰে ভৰি পৰিছে। সি শুয়ে আছে। চিগাৰেট এটা জ্বলাওঁ জ্বলাওঁ বুলিও সি এলাহতে উঠা নাই। তাৰ মনত পৰিছে মাত্ৰ নগা ৰিগ্ৰেডিয়াৰ জনৰ কথাবিলাক। হয়তো কিবা এটা সঁচাকৈয়ে হ'বই। দিনটো যেন বৰ লাহে-লাহে গৈছে। শোৱাৰ পৰা উঠোঁ উঠোঁ কৰি থাকোঁতেই এজন নগা-কেপ্তেইন আৰু পোন্ধৰ জন চিপাহী আহি তাৰ ঘৰত উপস্থিত হ'লহি। পিচে-পিচে এজুম বস্তীৰ অচিনাকি মানুহ। সি শোৱাৰ পৰা ঘপহকৈ উঠি বহিল। কেপ্তেইনে তাক একো নকৈ মাত্ৰ কেইজনমান চিপাহীক ঘৰটো পহৰা দিবলৈ কৈ লগত কেইজনমান চিপাহী লৈ ওচৰৰ গ্ৰামসেৱক জনৰ ঘৰলৈ গুচি গ'ল। কন্দৰ্পৰ ঘৰৰ পৰা তাৰ ঘৰলৈ মাত্ৰ কুৰি কি পঁচিশ ফুটৰ ব্যৱধান। খিড়িকী খনেৰে তাৰ ঘৰটোৰ পিনে কন্দৰ্পই চালে এবাৰ। ঘৰৰ ভিতৰত গ্ৰামসেৱক আৰু নগা মিলিটেৰী অফিচাৰজনৰ মাজত হোৱা আঙ্গামী ভাষাৰ কথা বতৰাবোৰ সি স্পষ্ট শুনিবলৈ পালে। মাত্ৰ দুই চাৰিটা শব্দৰ বাদে সি একো ধৰিব নোৱাৰিলে। কুৰি মিনিটমান সি কিং-কৰ্ত্তব্য বিমূঢ় হৈ বহি থাকি তাৰ ওচৰলৈকে যাবলৈ ঘৰটোৰ পৰা ওলাই গ'ল। অ' সি বিদ্ৰোহী নগাৰ কৱলত পৰিলেই চোঁৱা! তাৰ পিচে-পিচে দুজন সশস্ত্ৰ নগা চিপাহী গৈছে। জানোচা সি পলায়! কন্দৰ্পই সিঁহতৰ পিনে এবাৰ ঘূৰি চাই সহজভাৱেই আগবাঢ়িল।

"কি হে?" গ্ৰামসেৱক জনৰ পিনে চাই সি সুধিলে। "কি হ'ব আৰু? যাবলৈ সাজু হওক আপুনিও। আমি বোলে যাব লাগে!" সেমেনা-সেমেনিকৈ সি ক'লে।

"ওঁহো মই নাযাওঁ। আ......"

কন্দৰ্পই কৈ থাকোঁতেই কেপ্তেইনজনে তপৰাই মাত লগালে ;—"নাযাওঁ মানে ? ইমান দিনে আপুনি গেংষ্টাৰৰ তলতে কাম কৰিলে। আজিৰ পৰা আপুনি আমাৰ গৱৰ্ণমেণ্টৰ তললৈ যাব লাগিব।"

"মোৰ ভয় লাগে।" সি সৰলভাৱে ক'লে। কন্দৰ্পই কল্পনা কৰিছে এটা বুলেট ! এৰা, এটা বুলেট। যিটো তীব্ৰ বেগে আহি আশ্ৰয় ল'ব তাৰ বুকুত। গেংষ্টাৰৰ হাতৰ পৰা যাব লাগে সিঁহতৰ গৱৰ্ণমেণ্টৰ তললৈ ! আয়ৈ দেহি ! এখেত সকলে যেনিবা নিজা গবৰ্ণমেণ্ট পাতিলেই। খং আৰু ভয়ৰ মাজতো অৱজ্ঞাৰ বিদ্ৰূপসূচক হাঁহি উঠিছিল তাৰ।

"ভয় কৰিবৰ কিটো আছে। তাতো হস্পিটেল আছে। তাতে আপুনি কাম কৰিবগৈ।" কেপ্তেইনে ক'লে।

কন্দৰ্পই তাৰ লগত কথা কটা-কটি কৰি আছে যদিও অসহায় ভাবে কেউপিনে চায়ো আছে। এই বিপদৰ সময়ত যদি বস্তীৰ কোনোবা এজনক লগ পালেহেঁতেন ! হঠাৎ চকুত পৰিল এজন বস্তীৰ ল'ৰা কৰবাৰ পৰা বস্তীলৈ দৌৰি গৈছে। খিড়িকীৰে মুখখন উলিয়াই সি বিং মাৰিলে—"এ—এই, শুনিবি তো।" সি আহি ওচৰ পালত কন্দৰ্পই কৈ পঠালে—"এতিয়াই ভিকেছা বাবু মাতি দিবি। মই মাতিছে কবি দেই। জল্‌দি !" মিঃ ভিকেছা ভিচুয়েমা বস্তীৰ ভিলেজ চেয়াৰমেন্। তেখেত আহি হয়তো কন্দৰ্পৰ বিষয়ে বিদ্ৰোহীৰ দ'লটোক বুজাই দিলে এৰি যাবও পাৰে।

ইতিমধ্যে কন্দৰ্পৰ কাপোৰ-কানিবোৰ টোপোলা বান্ধিবলৈ লাগি গৈছে সিহঁতৰ কেইজনমানে। খিড়িকী খনেৰে সি দেখিলে তাৰ বস্তু সোপাকে সিহঁতে বান্ধি-ছাটি বাহিৰ উলিয়াইছে।

অলপ সময়ৰ পিচতে ভিকেছা আহি তাৰ পিনে এবাৰ চাই কেপ্তেইনৰ লগত আঙ্গামী কথা আৰম্ভ কৰিলে। সি এবাৰ



কেপ্তেইনৰ পিনে আৰু এবাৰ ভিকেছাৰ পিনে চোৰা-চুই কৰি থাকিল।

"জেনেৰেলৰ হুকুম বোলে আপুনি যাবই লাগে এওঁলোকৰ লগত।" তাৰ পিনে চাই ভিকেছাই ক'লে। কন্দৰ্পৰ মূৰত যেন সৰগ ভাগি পৰিল। সি একো নমতা দেখি ভিকেছাই আকৌ ক'লে। "আপুনি যাওকগৈ বুজিছে ? আমি আপোনাক অনাৰ ব্যৱস্থা যেনে-তেনে কৰিম। নগৈতো উপায়ো নাই।" ভিকেছা ওলাই গ'ল। হৈছে তেনেহ'লে, নগৈ উপায় নাই দেখিছোঁ। মৰিলেও নগাৰ হাতত‌ে মৰিমগৈ বুলি সি মনতে ভাৱি তলমূৰ কৰি থিয় দি থাকিল

৮

কেপ্তেইনবে জয় হ'ল। কন্দৰ্প. গ্ৰামসেৱিকাজনী আৰু গ্ৰামসেৱক জনৰ নগা দলটোৰ সৈতে যাত্ৰা আৰম্ভ হ'ল। ডাক্তৰ-খানাৰ একো বস্তুৱেই বাদ নপৰিল। সিহঁতৰ কাপোৰ-কানি, বিছনা আৰু দৰকাৰী টোপোলাবোৰ চিপাহীবোৰে পিঠিত লিতু ল'লে। ভিচুয়েমাৰ ওচৰৰ অন্য এখন নগা বস্তী জখমা। জখমালৈ যোৱা বাটটোৱেদি বিদ্ৰোহীৰ দলটো আগবাঢ়িছে। কন্দৰ্প ই হাঁহিবই নে কান্দিবই, কি হ'ল কি নহ'ল একোকে যেন গম ধৰিবকে পৰা নাই। মাত্ৰ ধৈৰ্য্যৰে সৈতে সি আলিবাটৰ ওপৰত খোজ পেলাই আগবাঢ়িছে। সি ভাবিছে এটা কথা। সেইটোৰ বাহিৰে অন্য কথা ভাবিবলৈ সি যেন অপাৰগ; নোৱাৰেও। সেয়া তাৰ হয়তো অনিৰ্দ্দিষ্ট পথৰ অন্তহীন যাত্ৰা।. মৰণৰ অভিযান।···· সেই আলিবাটটোৱেদি সি কিমানবাৰ জখমালৈ গৈছে, কিমান দিন তাৰ দাঁতিত থিয় দি চিনাকি মানুহৰ লগত কথা পাতিছে, ইম্ফলৰ পৰা অহা মটৰবোৰ চাইছে! কিন্তু সিদিনাৰ দৰে অস্বাভাবিক পৰিবেশ এটাৰে সৈতে সেই চিনাকি পথটোৰ লগত সন্মুখীন হ'ব লাগিব বুলি সি কোনো দিন, কোনো অৱস্থাতে কল্পনা কৰিব পৰা নাছিল।···দেশত হয়তো অৰাজকতা বিৰাজ কৰিছে। নহ'লে দিন দুপৰতে এনেদৰে ৰাজবাটেদি নিৰীহ লোকক বিদ্ৰোহীয়ে কৰায়ত্ত কৰি লৈ যায়, বে-আইনীভাৱে ৰাজহুৱা স্বাৰ্থৰ বাবে ন্যস্ত ডাক্তৰখানা লুট কৰে! অথচ বাধা দিবলৈ কোনো নাই, সঁহাৰি জনাবলৈ কোনো নাই। তলমূৰ কৰি কন্দৰ্প আগবাঢ়ে।

পিচপিনৰ পৰা মটৰ বাচ এখন আহি সিহঁতৰ ওচৰতে ৰ'ল। বৰ আগ্ৰহেৰে কন্দৰ্প ই ঘূৰি চালে। মণিপুৰ ষ্টেট্ ট্ৰেন্সপৰ্টৰ মটৰ



দেখোন! চলাইছে আকৌ এজন নগা চিপাহীয়ে। ড্ৰাইভাৰৰ লগত বহুতো মানুহ ঠেলা-হেঁচাকৈ বহি আহিছে। সকলোবোৰ ইউনিফৰ্ম্মত। মটৰখন ৰোৱাৰ লগে-লগে খোজ কাঢ়ি যোৱা দলটোৱে মটৰত উঠিবলৈ হেঁতা-ওপৰা লগাই দিলে। এনেয়ে গাড়ীখনত মানুহ ঠাহ্ খাই আহিছে, আকৌ নতুন জাক এটা। তথাপি সিহঁত উঠিলেই। সিহে সেমেনা-সেমেনিকৈ ওচৰতে থিয় দি থাকিল। মটৰৰ পৰা এজন মানুহৰ আহ্বান তথা নিৰ্দ্দেশ অনুসৰি সিও মটৰত হেঁচা-ঠেলাকৈ উঠি এদাঁতিত কুচিমুচি বহি গ'ল।

মটৰ চলিবলৈ ধৰিলে। আৰোহী দলৰ মাজত কথাৰ কি চাট! হাঁহি-স্ফূৰ্ত্তিৰ সীমা নাই। দিগ্বীজয় কৰিহে আহিল যেনিবা। চৰম নৃশংসতাৰে ভৰা মুখমণ্ডলত সিহঁতৰ কি বীভৎস হাঁহি! কুৎসিত কথা-বতৰা। যেয়ে যি মন গৈছে তাকেই কৰিছে। মুঠতে মটৰখনত এটা বিসদৃশ আৰু উচ্ছৃঙ্খলতা ভৰা গণ্ডগোল। সহযাত্ৰী সকলৰ এজনে তেনে অৱস্থাৰ মাজতে হাঁহি হাঁহি কন্দৰ্পক লক্ষ্য কৰি ক'লে যে, সেই গাড়ীখন সিহঁতে দুদিন ধৰি সিহঁতৰ নিজা কামত ব্যৱহাৰ কৰিছে। কন্দৰ্প ই শুনিলে যদিও মুখেৰে একো ওঁ আঁ নকৰি বক্তাৰ মুখৰ পৰা চকুহাল নমাই আনিলে। সি বাটৰ দুয়োপিনে সতৃষ্ণ নয়নে চাই আহিছে, কিন্তু একো নাই! মাত্ৰ নগা-চিপাহীৰ দল ঠায়ে ঠায়ে আছে। সিহঁতক অতিক্ৰম কৰাৰ সময়ত মটৰ আৰোহী আৰু আলিবাটৰ জুমবোৰৰ মাজত হৰ্ষধ্বনিৰ বিনিময় হয়। হৰ্ষধ্বনি আৰু ক'ত? পিশাচৰ উন্মাদ কল্লোল!

চাৰি মাইলমান যোৱাৰ পিচত মটৰখন ৰাখিল। আৰোহীৰ জাকটো নামিল। সিও নামিল। সেউজীয়া পাহাৰৰ বুকুলৈ তেতিয়া লাহে-লাহে পাতল আন্ধাৰ আমি আহিছে। পাতল আন্ধাৰৰ মাজেদি গোটেই দলটো লাহে-লাহে ৰাজবাট এৰি অন্য এটা পাহাৰী পথেদি আগবাঢ়িল।

অলপ দূৰ সেই বাটটোৰেদি যোৱাৰ পিচত এটা ঘৰৰ ওচৰত সিহঁত আটায়ে ৰ'ল। ঘৰটো টিনৰ। কাণি-মুণি আন্ধাৰতো বগা টিনবোৰ বুঢ়া মানুহৰ পকা চুলিৰ দৰে বগা হৈ জিলিকি আছে। ঘৰটোৰ পিনে আগবাঢ়োঁতে কন্দৰ্পৰ মনত পৰিছিল সি ভিচুয়েমাত এৰি যোৱা তাৰ ঘৰটোৰ কথা। আনদিনা তাত সিমান সময়ত লেম্প এটা জ্বলি থাকিলহেঁতেন। সন্ধিয়াৰ আন্ধাৰত টিমিক্-টামাক্কৈ জ্বলি থকা লেম্প্‌টোৰ পোহৰতেই মুখখন এবাৰ চাই বিছনাখনতে বহি কিবা গান মুখতে গুণ গুণালেহেঁতেন।···ঘৰটোৰ দুৱাৰ মুখত থমকি থিয় দিলে কন্দৰ্প। এয়েই তাৰ বধ্যভূমী নেকি? মনটো ইছাট-বিছাট লাগিল তাৰ। অলপ সময়ৰ পিচতে হয়তো সি সিহঁতৰ বিচাৰালয়ত গৈ আচামী ৰূপে হাজিৰ হ'ব লাগিবগৈ। বিচাৰকৰ গাম্ভীৰ্য্য লৈ বিদ্ৰোহীহঁতে কৰিব তাৰ বিচাৰ! কন্দৰ্পৰ অপৰাধ? তথাকথিত স্বাধীন দেশত অনুমতিহীন বিদেশী চাকৰিয়াল?···কন্দৰ্পৰ অন্তৰাত্মা মৰণৰ ক্ষণ গণি কঁপি উঠিল। বিচাৰকৰ হুকুম অনুযায়ী কোনোবা ঘাতকৰ এটা বুলেটে তাৰ নশ্বৰ দেহৰ পৰা অবিনাশী আত্মাৰ সম্পৰ্ক বিচ্ছিন্ন কৰি দিব!

কন্দৰ্পক সুমুৱাই নিয়া ঘৰটো বোলে নগালেণ্ডৰ জেনেৰেলৰ অফিচ মিলিটেৰী জেনেৰেল। সি সোমাই গ'ল। পোনতে পোৱা কোঠালীটোৱেই জেনেৰেলৰ অফিচ। বাকী কোঠালীটো কিহৰ সি ভাবিলে। লেম্প্ এটা জ্বলি আছে। সকলোৰে সুবিধাৰ বাবে ছিলিঙৰ পৰা ৰছি এডালে ওলোমাই ধৰিছে। কেইজনমান টাইপিষ্টে খট্ খট্‌কৈ কিবা টাইপ্ কৰি আছে। বেৰত আওঁজাই থোৱা আছে কিছুমান ৰাইফল, বন্দুক আৰু আৰি থোৱা আছে কিছুমান কাগজ। ইংৰাজী আখৰেৰে সিহঁতৰ নিজৰ দোৱানত লিখা। কোনেও কাৰোপিনে নোচোৱাকৈ



নিজৰ নিজৰ কাম কৰি আছে প্ৰত্যেকে। কোনোজনে টাইপ্ কৰিবলৈ টাইপিষ্টৰ টেবুলত কাগজবোৰ থৈ গৈছেহি, কোনোজনে টাইপ্ কৰা কাগজবোৰ লৈ নীৰৱে ওলাই গৈছে। কোনোজনে বা জেনেৰেলৰ টেবুলত দিছেগৈ। টিনৰ চালৰ কেঁচা মজিয়াৰ এই সাধাৰণ ঘৰটো যেন কিবা এটা প্ৰতিষ্ঠান পৰিচালনাৰ সু-শৃঙ্খলিত কেন্দ্ৰ।

এখনি মেজ আগত লৈ গম্ভীৰভাৱে বহিছে জেনেৰেল। খুব ব্যস্তভাৱে কাম কৰি আছে। থিয়ৈ থিয়ৈ কন্দৰ্পই অফিচটোৰ ওপৰত চকু ফুৰাই জেনেৰেলৰ পিনে চাওঁতেই দুজনী ছোৱালী ততাতৈয়াকৈ আহি ওচৰতে থকা বেঞ্চ এখনৰ ওপৰত দুভাঁজ কৰি কাপোৰ এখন পাৰি দি তাক, গ্ৰামসেৱিকা আৰু লেবাৰ ওৱাৰ্কাৰজনীক বহিবলৈ দিলে। গ্ৰামসেৱক জন দেখোন তাত নাই। ভিচুয়েমাৰ পৰা অনা সিহঁতৰ কাপোৰ-কানি আৰু ডাক্তৰ-খানাৰ বস্তু-বাহানিবোৰ জেনেৰেলৰ অফিচত এজন কেৰানীক চম্‌জাই দি কেপ্টেইন আৰু বাকী আটাইবোৰ চিপাহী নীৰৱে ওলাই গ'ল। বাহিৰৰ পিনে কাণি-দুৱৰীকৈ মেলি থোৱা দুৱাৰ খনেৰে এবাৰ বাহিৰৰ পিনে চাই পঠিয়াই কন্দৰ্প বেঞ্চখনতে বহি পৰিল। গাতে-গা লগাই বহিল গ্ৰামসেৱিকাজনী। বাহিৰত ঠাইতে নেদেখা আন্ধাৰ। আকৌ চালে সি জেনেৰেলৰ পিনে। পূৰা ইউনিফৰ্ম্মত আছে জেনেৰেল। অলিভ্‌গ্ৰীণ ৰঙৰ চাৰ্ট আৰু পেণ্ট পিন্ধিছে। কান্ধত লগোৱা আছে এটা ক্ৰাউণ, এটা ষ্টাৰ আৰু কটাকটিকৈ দুখন তৰোৱাল। এই গোটেইখিনি চিন এটুকুৰা ৰঙা কাপোৰত ক'লা সূতা তুলি কৰা। তাৰে নামনিত বাঁউসীৰ অলপ তলত ৰঙা কাপোৰত বগা সূতা তুলি লিখা আছে এন, এইচ, জি (নগা হ'ম গাৰ্ড)। বুকুৰ জেপটোৰ অলপ ওপৰত ৰঙা কাপোৰত ক'লা সূতাৰে লিখা আছে—গুড্ কামাণ্ডাৰ জেনেৰেল (Good Commander General)। মেজখনৰ এমূৰত থৈ দিয়া টুপীটোৰ

ঠিক কপালৰ ওপৰতে অঁকা আছে এটা ক্ৰাউণ। কঁকালত এটা পিস্তল। একদম অফিচাৰ! কন্দৰ্পই ভাবিছে। পিচে কিহৰ গুড্ কামাণ্ডাৰ? কিহৰ গুড্ কামাণ্ডাৰ?? নিৰীহ নগা ৰাইজক আভুৱা ভৰাই নিষ্পেষণ কৰাৰ? নগা পাহাৰত আৰু সুবিধা বুজি আশে-পাশে ভৈয়ামৰ ৰাইজক অত্যাচাৰ কৰি ক্ষমতা বিস্তাৰৰ বাহাদুৰি দেখুওৱাৰ? নিজকে স্বাধীন দেশৰ সামৰিক বিষয়াৰ ক্ষমতা প্ৰাপ্ত বিষয়া বুলি জাহিৰ কৰি দেশত অশান্তি সৃষ্টি কৰাৰ,—জুই জ্বলোৱাৰ কামাণ্ডাৰ?

সম্পূৰ্ণভাৱে অপ্ৰত্যাশিত পাৰিপাৰ্শ্বিকতাটোৰ মাজত গাতে গা লগাই বহি ছোৱালীজনীয়ে কি ভাবিছে বাৰু?—সি এবাৰ ভাবিলে। তাইৰ পিনে চাবলৈ মন গ'ল। মনত লুকাভাকু খেলিছে মৰণৰ বিভীষিকাই। তাৰ মনত পাৰিছে টি, চাখেৰ কথা। উদাৰ নগা নেতা টি, চাখে্ৰ।......

(৯)

নগা পাহাৰত অশান্তি আৰু বিশৃঙ্খলাৰ সৃষ্টি কৰিছে নগা পাহাৰৰে কিছুমান গুণ্ডাই। তাৰ বাবে এই গুণ্ডাৰ দলটো দোষী। ছেছেমা বস্তীত বিদ্ৰোহী আৰু অশান্তিকাৰী নগাৰ প্ৰলোভন আৰু উচটনিত ভোল নাযাবলৈ বুজাই-বঢ়াই সিদিনা উদাৰপন্থী নগা নেতা টি, চেখৰী শুই আছিল ছেছেমা বস্তীৰ এটা জুপুৰি ঘৰত।.........নগা পাহাৰত শান্তি স্থাপন হৈছে।......... অশান্তিৰ লেশ নাই।.....ভাৰতৰ আন ঠাইবোৰৰ দৰে নগা পাহাৰৰো উন্নতি হৈছে। হৈছে ৰাস্তা, পাৰ্ক আৰু হৈছে পঢ়াশালি। শান্ত নগা পাহাৰ। বেৰৰ জলঙাইদি শেহ ৰাতিৰ জোনাকৰ মিঠা পোহৰবোৰ সৰকি আহি চেখৰীৰ গালে-মুখে সিঁচৰতি হৈ পৰিছিল আৰু সোণালী সপোনত উটি-বুৰি ফুৰিছিল নগা নেতা-জনৰ আশাবাদী মন।.....

সোণালী সপোনৰ বাস্তৱ-ৰূপ দেখাৰ ভাগ্য নহ'ল চেখৰীৰ। নগা পাহাৰ, অসম তথা গোটেই ভাৰততে অশান্তিৰ জুইৰ ফিৰিঙতি ছটিয়াই দিয়া তথাকথিত নগা পাহাৰৰ স্বাধীনতাকামী নগা-নেছনেল কাউন্সিলৰ সদস্যসকলে চেখৰীক সেই ৰাতিয়েই অপহৰণ কৰি দুৰ্গম অৰণ্যৰ মাজৰ সিহঁতৰ শিবিৰলৈ লৈ গ'ল। বুঢ়াৰ হাতত ছেঙেলি। তাৰ পিচত.....তাৰ পিচত.....দুকুৰি বসন্তই পৰশি যোৱা চেখৰীৰ শৰীৰত আৰম্ভ হ'ল অমানুষিক অত্যাচাৰ!......"নো নাগামে কিজন্থ চৰকাৰী কিছা লিডাৰ চ্ছায়া।" অৰ্থাৎ চৰকাৰৰ ফলীয়া নেতা হৈ দেখুৱাইছ নগা পাহাৰত? "ডি এ ৰিচেবা। আকাম বি ম!" তোৰ কথা ভাল; আমাৰ কথা বেয়া। "হাউ ভাউৱা মৰছ।" মাৰ ইয়াক কুকুৰৰ পোৱালীক। পাহাৰী জন্তুতকৈও জঘন্য সিহঁতে দাঁত কৰচি কৰচি চেখৰীক

মাৰিলে। ভুকুৱালে, লঠিয়ালে, ফলীয়া টোকোনেৰে কোবালে,— যিদৰে নামাৰে বনৰীয়া জন্তুকো! "পুছুলে, চৰকাৰী খুহি লাটুমে?" ক, চৰকাৰক আৰু সহায় কৰিবি? আমাৰ কামৰ প্ৰতিবাদ কৰিবি? জাউৰিয়ে জাউৰিয়ে প্ৰশ্ন আৰু অসহনীয় প্ৰহাৰ। তথাপি নিশ্চল। বীৰ নেতা চেখৰীৰ মতৰ সলনি নহ'ল।

এঘণ্টা নহয়, দুঘণ্টা নহয়, পূৰা চব্বিশ ঘণ্টা জীয়াতু ভুগিলে চেখৰীয়ে;—এটা দিন। পাহাৰৰ গোপন শিবিৰ কাউন্সিলৰ ভণ্ড সদস্যসকলৰ পৈশাচিক হাঁহিৰ বীভৎস প্ৰতিধ্বনিৰে কঁপি উঠিল। থৰ লাগি, চেতনাহীন হৈ পৰি ৰ'ল এজন বীৰ,—বহুতো সময়। ব—হু—তো—স—ম—য়……। কোনেও নাজানিলে। কোনেও নুশুনিলে।……পাহাৰী প্ৰকৃতি মাথোন নীৰৱ সাক্ষী হৈ ৰ'ল। আৰু নীৰৱে উচুপিলে পূব আকাশৰ নিজান চুকৰ এটি প্ৰভাতী তৰাই। নিষ্পেষণত জৰ্জ্জৰিত হৈ পৰি থকা চেখৰীৰ গাত হাত বুলাই দি গ'ল পুৱাৰ এছাটি মলয়া বতাহে। অসহ্য যন্ত্ৰণা! শৰীৰৰ সকলোবোৰ অঙ্গ-প্ৰত্যঙ্গ যেন নিষ্ক্ৰিয় হৈ পৰিছে, অলস হৈ গৈছে! গোটেই শৰীৰটো বিষত জঠৰ। অসহ্য পোৰণি। পিয়াহত শুকাই গৈছে চেখৰাৰ আকণ্ঠ। শুভ্ৰ কপালৰ ওপৰেদি বৈ আহিছে অজস্ৰ তেজৰ ধাৰ। শৰীৰৰ সকলো শক্তি প্ৰয়োগ কৰি দৃঢ়তাৰ প্ৰতীক টি, চেখৰী উঠি বহিল। বাঁও হাতখনেৰে মাটিত ভিৰ্ দি শৰীৰৰ সমতা ঠিক্ কৈ ৰাখি কপা কপা বাওঁ হাতখনেৰে মচি পেলাবলৈ চেষ্টা কৰিলে—ওঁঠত, গালত লাগি থকা তেজৰ ধাৰবোৰ।···পৃথিবী ঘূৰিছে, চকুৰ আগৰ পাহাৰী প্ৰকৃতিও চক্ৰাকাৰে ঘূৰিছে। অস্থিৰ পৃথিবী, অস্থিৰ আকাশ। স্থিৰহীন সৌৰমণ্ডল। মানসিক স্থৈৰ্য্যতাৰে তলমূৰ কৰি বহি ৰ'ল চেখৰী। কিন্তু সিমানেই জানো?

কেইজনমান কাউন্সিলৰ সভ্যই চেখৰীক হাতত ধৰি টানি চোঁচৰাই লৈ গ'ল গণৰ বিচাৰ কক্ষলৈ। গণ আদালত। বিচাৰ?



ভণ্ডদলে কৰিব চেখৰীৰ বিচাৰ। সেয়ে হ'ল। মৌন অথচ দৃঢ়ভাবে টি, চেখৰী থিয় দি ৰ'ল—নগা-নেছনেল কাউন্সিলৰ তথাকথিত গণ আদালতত আচামী স্বৰূপে।

ৰাজ আনুগত্য হীন, দেশ বিশৃঙ্খলাৰ বাবে অপৰাধী গুণ্ডা দল এটাৰ বিচাৰত টি, চেখৰী প্ৰমাণিত হ'ল অপৰাধী।

অপৰাধৰ উপযুক্ত শাস্তি মৃত্যুদণ্ড।……"হাঃ হাঃ হাঃ,—টি, চেখৰীৰ মৃত্যুদণ্ড। কুকুৰৰ দৰে মাৰি পেলোৱা তাক।"……গণ আদালতৰ পাঁচজনীয়া জজৰ দলটো উল্লাসৰ হাঁহিত উটি গ'ল।

অত্যাচাৰত অৱশ হৈ পৰা ভৰি দুখনৰ ওপৰত কোনোমতে থিয় দি থকা মৃত্যুদণ্ডত দণ্ডিত চেখৰীয়ে অলপো বিচলিত নহৈ গম্ভীৰভাৱে আকৌ ক'লে,—"তোমালোকৰ ধাৰণা ভ্ৰান্ত। নগা পাহাৰৰ স্বাধীনতা অলীক কল্পনা। নগা পাহাৰ ভাৰতৰ অবিচ্ছেদ্য অঙ্গ। ই ভাৰতৰ পৰা খণ্ডিত হ'ব নোৱাৰে। নগা ৰাইজ ভাৰতৰ বুকুৰ কুটুম। তোমালোক সৎপথলৈ আহাঁ। এতিয়াও সময় আছে। এতিয়াও সময় আ……।"

পিচপিনৰ পৰা এটা নগা গুণ্ডাই মাৰি দিয়া ঘোঁচা এটাত চেখৰীৰ মুখৰ কথা মুখতে ৰ'ল। সিহঁত অজ্ঞ! সিহঁত অন্ধ! ক্ষমতাৰ নিচাত মত্ত সিহঁত। বিজয় উল্লাসৰ মাজেৰে এজন জজে চিঞৰি উঠিল,—"অলপো সময় নষ্ট নকৰাকৈ এতিয়াই চেখৰীক হত্যা কৰিব লাগে। হত্যা……হত্যা!! প্ৰতিশোধ হাঃ হাঃ"……। থৰ লাগি ৰ'ল নগা পাহাৰ। কেউপিনে নীৰৱ স্তব্ধ। মাত্ৰ সিহঁতৰ হাঁহিবোৰ প্ৰতিধ্বনিত হ'ল পাহাৰৰ গুহাবোৰত।

আদালতৰ হুকুম মানি ঘাতকৰ দলে টি, চেখৰাক লৈ গ'ল বধ্য ভূমিলৈ। তথাপি চেখৰী অবিচলিত। প্ৰাণত নাই এধানিও শঙ্কা, মনত নাই মৰণৰ ভয়। অন্তৰ ভৰি আছে মাথোঁ সত্যৰ বিমলজ্যোতি মণ্ডিত সাহস।

পাহাৰী গছ এডালত আঁটি আঁটি বান্ধিলে ছকুৰি বছৰীয়া টি, চেখৰীৰ সমগ্ৰ শৰীৰ। আকৌ নিৰ্য্যাতন, অত্যাচাৰ। সকলোবোৰ গা পাতি ল'লে চেখৰীয়ে—বিনা প্ৰতিবাদে। মুখলৈ নান্মিলে এষাৰো কথা। বৰং মৰণৰ যাতনাই চেপি অনা অথচ দৃঢ়তাৰ লেশমানো হীন নোহোৱা মাতটোৰে কাউন্সিলৰ সমৰ্থক-সকলক লক্ষ্য কৰি ক'লে,—"তোমালোকৰ ভুল এদিন বুজিবা। আৰু বুজিবা……নগা পাহাৰ……।" হিলৈধাৰী এজনে অনতি-দূৰত দেশপ্ৰেমিক জনাৰ পিনে ৰাইফলৰ মাজল্ টোঁৱাই থিয় দিলে।

সৌম্যভাৱেই চেখৰীয়ে মাৰিলে এটা হাঁহি। সত্য আৰু সাহসৰ জ্যোতি-মণ্ডিত মহিমাময় হাঁহি।……তাৰ পিচৰ কেই চেকেণ্ড মানতে এটা বুলেট বুকু ভেদি গ'ল চেখৰীৰ। বলীয়া ৰাজনীতিৰ প্ৰথম শ্বহীদ টি, চেখৰী আঁটি খাই ৰ'ল গছ ডালৰ বুকুতে।……

"কি ভাবিছে?" নিচেই কাষতে চেয়াৰখন পাতি গাতে গা লগাই বহি জেনেৰেলে মাত লগালে। কন্দৰ্প উচপ্ খাই উঠা দি উঠিল। জেনেৰেলৰ মাতত মৰমৰ বেশ আৰু আন্তৰিকতাৰ সুৰ এটা থাকিলেও সি ভাল নাপালে।

"একো ভবা নাই!" মানুহজনৰ পিনে নোচোৱাকৈ সি তপৰাই উত্তৰ দিলে।

"আপুনি ভয় কৰিছে নেকি?"

"নাই কৰা ভয়।" প্ৰশ্নৰ উত্তৰ মাত্ৰ দিলে কন্দৰ্পই। অশ্ৰদ্ধা আৰু ঘৃণাৰে তাৰ মনটো ভৰি পৰিছিল। পেটে-পেটে ভাবিছিল, কৈ পেলাবৰ মন গৈছিল—গাত জুই লগাই দি সুধিছে পুৰিছে নেকি? মূৰ্খ! আকৌ নীৰৱ কিছুসময়। সঙ্গিনীৰ নাকৰ তপত নিশ্বাসবোৰ বাৰে-বাৰে তাৰ গালে-মুখে লাগিছিল।……

অলপ সময় মনে মনে থকাৰ পিচত জেনেৰেলে পুনৰ আৰম্ভ



কৰিলে,—"মই আপোনাক দেখি বৰ আনন্দিত হৈছোঁ।" আনন্দিত হৈছা, ভাল হৈছে। নকলেও বুজা গৈছে। এনেদৰে তাৰ ক'বলৈ মন গৈছিল। "ইয়ালৈ মই আপোনাক আপোনাৰ নিৰাপত্তাৰ বাবেহে অনাইছোঁ। কাৰণ তাত থকা অৱস্থাত আমাৰ কোনো চিপাহীয়ে আপোনাৰ অনিষ্ট কৰিবও পাৰে। আপুনি আমাৰ বন্দী নহয়। সহকৰ্ম্মী।" মই সিহঁতৰ সহকৰ্ম্মী? চক্ খাই উঠিল কন্দৰ্প। পতিয়ন নিয়াবলৈ টান পালে—সি কথাষাৰ। "চাওক, আপুনি তাত চাকৰি কৰি আছিল। ইয়াতো চাকৰিহে কৰিব লাগিব। সেইখন গৱৰ্ণমেণ্টৰ তলত নাথাকি আমাৰ গৱৰ্ণমেণ্টৰ তলতে চাকৰি কৰকচোন।" কৈ যোৱাঁ, কৈ যোৱাঁ যিমানে পাৰা। কন্দৰ্পই ভাবিছে। সি তথাপি নীৰৱ হৈয়ে থাকিল।

"বুজিছে"—জেনেৰেলে আৰম্ভ কৰিলে। "ইয়াত আমি আপোনাক যি হুকুম দিওঁ তাকে মানিব লাগিব আৰু তেনেদৰে কাম কৰিব লাগিব। আপুনি খোৱা, থকা, শোৱা একোতে কোনো কষ্ট নাপাব। আমি যি খাওঁ আপুনিও খাবলৈ পাব। আমি যি পিন্ধো আপুনিও পিন্ধিবলৈ পাব। যদি আপুনি কিবা এটা বস্তু খাই আমনি পাইছে আৰু আমাৰ মানুহেও সলাই দিয়া নাই তেন্তে আপুনি লাজ নকৰি কৈ দিব যে, আপোনাক অমুক বস্তুটোহে লাগে। বচ্, কোনো কথা নাই, আপুনি পাই যাব।"

জেনেৰেলৰ কথা চলি থাকোতেই এজন অসামৰিক পোছাক পিন্ধা মানুহ তালৈ সোমাই আহিল। মানুহজনে পিন্ধিছে ছাই ৰঙৰ গৰম লংপেণ্ট আৰু বগা কামিজ। ভৰিত গাম্-বুট। তেওঁ নিজেই নিজৰ চিনাকি দিবলৈ কন্দৰ্পৰ ফালে চাই ক'লে,—"মই নগা ইউথ্ ম'ভমেণ্টৰ প্ৰেচিডেণ্ট। আপোনাক আমাৰ মাজত আমাৰ সহযোগী হিচাপে পাই বৰ বং পাইছোঁ।" কথাত পানী নসৰকা প্ৰেচিডেণ্ট মহাশয়েও জেনেৰেলৰ সুৰতে এলানি গালে।

কথা শেষ কৰি বাওঁ হাতত লৈ থকা কাগজ এখনৰ সোঁহাতেদি ভাঁজ খুলি কন্দৰ্পৰ পিনে আগবঢ়াই দি ক'লে—“এই ফৰ্ম্মখনত আপোনাৰ নাম-ঠিকনা, দেউতাকৰ নাম, পাঁচটা আঙুলিৰ টিপ-চহী দি পূৰাই দিয়কচোন।”

ফৰ্ম্মখন হাতত লৈ পঢ়িবলৈ চেষ্টা কৰিলে সি। কিন্তু নুবুজিলে এটা শব্দও।

“মই ইয়াত কি লিখা আছে বুজি নোপোৱাকৈ কেনেকৈ চহী কৰিম?

“একো কথা নাই। নুবুজিলেও একো নহয়। পিচত নিজেই বুজিব।” প্ৰেচিডেণ্টে ক'লে।

অনৰ্থক তৰ্কা-তৰ্কিখন কৰাতকৈ যথাযথভাৱে ফৰ্ম্মখন পূৰাই দিলে কন্দৰ্পই। জেনেৰেল আৰু প্ৰেচিডেণ্ট দুয়ো বহাৰ পৰা উঠি থিয় দিলে। যাবলৈ হ'বলা। সঙ্গিনীৰ সৈতে জেনেৰেলে দুষাৰমান কথা পাতিলে। দুয়ো যাবলৈ আগবাঢ়িল। দুখোজমান গৈয়েই জেনেৰেল উভতি আহি কন্দৰ্পৰ পিনে চাই ক'লে,—“আপুনি বৰ আমনি পাইছে নিশ্চয়? ভাত-পানী খাই শুই থাকক। পিচত দেখা হ'ব।” দুয়ো ওলাই গ'ল।

কন্দৰ্পই এটা দীঘল উশাহ এৰি সঙ্গিনীৰ পিনে চালে। বাওঁ ভৰিৰ ওপৰৰ পৰা সোঁ ভৰিখন তুলি নি তাই এবাৰ তাৰ পিনে চাই তলমূৰ কৰি বহি থাকিল।

(১০)

বাকী কোঠাটো এতিয়াহে দেখিলে কন্দৰ্পই। দুয়ো সোমাই গ'ল তালৈ। সোমাই গ'ল মানে এজন মানুহ আহি সুমুৱাই নিলে। দুজনী পৰিচাৰিকাই যেন সিহঁতৰ আগমনকে অপেক্ষা কৰি আছিল। দুয়োজনীৰ মুখত যৌৱন পিছলা হাঁহি। অলপ কথা, বেছি হাঁহি। সিহঁত দুজনীয়ে পাৰি দিয়া পীৰা দুখনত সিহঁত দুয়ো বহিল।

অলপ পিচতে দুজনলৈ ভাত আহিল। দুখন কাঠৰ বটাত দু দ'ম ভাত। দু বাতি মূৰ্গীৰ মাংসৰ জোল, আলুৰ তৰকাৰী আৰু ভাতৰ কাষত একোজেৰা লোণ। কেইটামান জলকীয়া। মুখৰ আগত সেইবোৰ থৈ সিহঁত দুয়ো অলপ নিলগৰ বেৰত আওঁজি সিহঁতৰ পিনে চাই থাকিল। ওচৰতে জ্বলি আছে এটি চাকি। টিমিক্-টামাক্ পোহৰৰ। টিনৰ গাখীৰ শেষ হোৱাত তাকে চাকি সজাই লৈছে—কাম চলাকৈ। কোনোৱে ভাত হাতেৰে নোচোৱা দেখি সিহঁতৰে এজনীয়ে ক'লে—“খাব।”

গ্ৰামসেৱিকা জনীয়ে অলপ অচৰপ খাইছে। সি কিন্তু খাব পৰা নাই। আঙুলিৰে চেপি দুটামান ভাত মুখত ভৰালেও ভিতৰ সোমাব নোখোঁজে। ভাত খাবলৈ কোৱা ছোৱালীজনী তাৰ ওচৰতে বহি পেঘেনিয়াবলৈ ধৰিলেহি—“খাবনা ভাত্টু। মন নাই খাবলৈ?” সি একো নামাতিলে। তাই আকৌ ক'লে,—“আৰে কেলে খোৱা নাই অ? মাংছ দিব?” সি একো নকৈ মূৰ জোকাৰিলে মাত্ৰ। অলপ সময় তেনেকৈ থকাৰ পিচত সিহঁতে খোৱা শেষ কৰাৰ নামত পীৰাৰ পৰা উঠিল।

মুখ মচি উঠিবলৈ নৌ পাওঁতেই আগতে লগ পোৱা ইউথ ম'ভমেণ্টৰ প্ৰেচিডেণ্টজন আকৌ আহিল।

"আহক আপোনাৰ কাম চমজাই দিওঁগৈ।" তেওঁ ক'লে। কন্দৰ্প ই নীৰৱে পিচ ল'লে প্ৰেচিডেন্টৰ। জেনেৰেল অফিচ অৰ্থাৎ যিটো ঘৰৰ পৰা সিহঁত ওলাল তাৰ ত্ৰিশ ছল্লিশ ফুট মান নামনিৰ অন্য এটা ঘৰলৈ সিহঁত আগবাঢ়িল। ঘৰটো আধা টিনৰ, আধা খেৰৰ। বেচ্ ডাঙৰ আৰু আহল বহল। সোমায়েই পোৰা কোঠাটোত এখন মাত্ৰ খিড়িকী। কোঠাটোত এজাক ছোৱালী থিয় দি আছিল। প্ৰায় ত্ৰিশ পঁয়ত্ৰিশজনী। সোমোৱাৰ লগে লগে সিহঁত জাকেই বিশেষ আগ্ৰহেৰে কন্দৰ্পৰ পিনে চাই ৰ'ল। সি আৰু উপায়হীন অৱস্থা এটাৰে ধৰি নিয়া বান্দৰটোৰ দৰে কোনো পিনে নোচোৱাকৈ জুপুকা মাৰি থাকিল।

প্ৰেচিডেন্টে হাত এখন দাঙি গোটেই ঘৰটোৰ বস্তু আৰু থুপ খাই থকা ছোৱালী জাকৰ পিনে হাতখন টোঁৱাই চিনাকি কৰি দিয়াৰ সুৰত ক'লে,—"এই সকলোবোৰ আপোনাৰ। আজিৰে পৰা এই ছোৱালী জাকটোৰ অভিভাৱক আপুনি। তত্বাৱধান আপোনাৰ।" পোহপালো দিব লাগিব নেকি? কন্দৰ্পই ভাবিলে। "ইহঁত বুজিছে নাৰ্চ। ইহঁতক আপুনি কাম শিকাব লাগিব। ইহঁতৰ কামৰ নিপুণতা, স্বভাৱ-চৰিত্ৰ সকলোবোৰ আপোনাৰ ওপৰতে নিৰ্ভৰ কৰে।" মানুহজনৰ আঙুলিৰ নিৰ্দ্দেশে-নিৰ্দ্দেশে সিওঁ চকু ঘূৰালে। মেজ এখনত সজাই থোৱা আছে কুইনাইন্, কেম'কুইন, প্ৰিপেয়াৰ্ড কুইনাইন্ মিক্চাৰ্, খালি বটল, দৰৱ জোখা তৰ্জ্জু ইত্যাদি······। "আপোনাৰ বিনা অনুমতিত ইহঁত কলৈকো যাব নোৱাৰিব আৰু আপুনিও ইন্চাৰ্জ্জ হিচাপে সদায় ইহঁতৰ লগতে থাকিব লাগিব।" অলপ সময় কথা বন্ধ কৰি তেওঁ কিবা এটা ভবাৰ নিচিনাকৈ তভক্ মাৰি বৈ মনত পেলোৱা হিচাপে ক'লে—"আজিৰে পৰা আপোনাক আমাৰ মেডিকেল চেক্সনৰ ইন্চাৰ্জ্জ পাতিলোঁ আৰু আপোনাক কেপ্টেইন বেঙ্ক্ দিয়া হ'ল। ভয় নকৰিব, খোৱা আৰু পিন্ধা ফ্ৰি পোৱাৰ



উপৰিও মাহে আপুনি দেৰশকৈ টকা দৰ্ম্মহা পাব।" প্ৰেচিডেন্টে শেষৰ কথাখিনি বেচ গধুৰ ভাৱে হাঁহি হাঁহি ক'লে আৰু শেষ কৰি তাৰ মুখৰ পিনে চাই ৰ'ল। ছোৱালীৰ জাকটোৱে সিহঁতৰ মাজতে কাণত মুখ দি ফুচ্ফুচীয়া মেল পাতিছে।

প্ৰেচিডেন্টৰ কথা চলাহি ভৱা নে সঁচা-সঁচিয়েই একো ধৰিব নোৱাৰি দোধোৰ-মোৰত পৰিল কন্দৰ্প। মেডিকেল চেক্সনৰ ইন্চাৰ্জ্জ···কেপ্টেইন্ বেঙ্ক···খোৱা-পিন্ধা ফ্ৰি···মাহে দেৰশ টকা দৰ্ম্মহা···নাৰ্চক শিকাব লাগে···। প্ৰত্যেকটো কথাৰ আভ্যন্তৰীণ অৰ্থ কি হ'ব পাৰে ভাবিবলৈ চেষ্টা কৰিলে সি। ভালেই লাগিছে নে বেয়াই লাগিছে তাৰ, সি নিজেই ক'ব নোৱাৰে। তেন্তে··· তেন্তে আজিৰ পৰা নগালেণ্ডৰ গৱৰ্ণমেণ্ট তাৰ প্ৰভু? বুলেট্? ···এটা বুলেটৰ কথা তাৰ মনটোৱে কিন্তু পাহৰিব পৰা নাই। অৱশ্যে এতিয়া বুলেট দুয়োপিনৰ পৰা আহিব পাৰে। যি কোনো কাৰণতে নগা-চৰকাৰে তাক মাৰি পেলাব পাৰে, হয়তো ভাৰতীয় চিপাহীয়েও। অৱশ্যে প্ৰয়োজনৰ খাটিৰত ইহঁতে কিছুদিন তাক ৰাখিবও পাৰে। কিন্তু প্ৰয়োজনৰ অন্তত কিম্বা মতৰ অমিল হলেই ইহঁতেতো ক্ষমা নকৰিব।

তাৰোপৰি আনহাতে সি এতিয়া বিদ্ৰোহী নগাৰ হাতত। গতিকে চৰকাৰী চিপাহীয়েও তাক দয়া নকৰিব। সিহঁতে আগতে কৰিব গুলী আৰু তাৰ পিচত কৰিব অনুসন্ধান! কোন আছিল? হলৰ্ উদৰ ভাষাত,—"আগাড়ী ফাঁচী, উচ্কা বাদ বিচাৰ।"

কন্দৰ্প আছিল কথাবোৰকে পাগুলি আৰু প্ৰেচিডেন্ট আছিল নীৰৱে কোঠাটোত তহলি। অলপ পিচতে চিপাহী এজনে বিছনা এখন আনি কোঠাটোৰ মজিয়াত থ'লে। সেইখন দেখোন ভিচুয়েমাৰ পৰা লৈ অহা তাৰে বিছনাখন। কাম এটা পোৱাদি প্ৰেচিডেন্টে সিটো কোঠাত বিছনাখন জাৰি-জোকাৰি পাৰিবলৈ নিৰ্দ্দেশ দিলে। লগে-লগে তেওঁ সোমাই গ'ল। পিচে-পিচে

কন্দৰ্প। কোঠাটোত থকা চাৰিখন খাটৰ এখনত ততাতৈয়াকৈ চাৰিজনী ছোৱালীয়ে তাৰ বিছনাখন খুলি মেলি পাৰিলে।

"আপুনি এতিয়া শোৱক দেই। কালিলৈ কাম আৰম্ভ কৰিব। গুড্ নাইট।" প্ৰেচিডেণ্ট লাহে-লাহে ওলাই গ'ল।

প্ৰেচিডেণ্ট ওলাই যোৱাৰ পিচত কন্দৰ্পই কোঠাটোত এনেয়ে এবাৰ নে হুবাৰ ইফাল-সিফাল কৰিলে। ওচৰতে অন্য কোঠা এটা।

"সৌ কোঠাটোত কি আছে অ'?" ছোৱালী এজনীৰ পিনে চাই সি সুধিলে।

"আহিকেনে চাবি না।" হাতত চাকি এটা লৈ ছোৱালী হুজনী কোঠাটোলৈ সোমাই গ'ল। তাত আছে এটা নগা ঢেঁকী। কোঠাটোত কোনো কোনো শোৱেও। কেইখনমান বিছনা লুটিয়াই থোৱা আছে। ছোৱালীহঁতে পিন্ধা কেইটামান ব্লাউজ, চাদৰ, পেটী-কোট আদি অসংলগ্নভাৱে ৰচি এডালত ওলমি আছে! কাৰো লগত একো কথা নোকোৱাকৈ বিছনাখনতে অৱসন্ন মনে দীঘল দিলে সি—পিন্ধি থকা খাকী পেণ্ট আৰু বগা কামিজটোৱেই। খালি হৈ থকা তক্তাপোছ আৰু মজিয়াত ছোৱালীহঁতে য'তে যেনেকৈ পাইছে বিছনা কৰাত লাগিছে। অলপ নিলগত জ্বলি আছে চাকি এটা।

কন্দৰ্পৰ টোপনি ধৰা নাই। উদ্বিগ্নতা, আশঙ্কা আৰু হুৰ্বোধ্য অসংলগ্ন চিন্তাই মনটো ব্যতিব্যস্ত কৰিছে। দিনটোৰ ব্যস্ততাৰ বাবেই হয়তো ছোৱালীজাক সহজে শুই পৰিছে। বাহিৰত চন্তৰী-চিপাহীৰ নাকৰ ঘোৰ্ঘোৰণি। পাহাৰী প্ৰকৃতি শান্ত। চাৰিওপিনে নীৰৱ। ক'তো কাৰো সাৰশুৰ নাই। জোৰ কৰি চকু হুটা মুদি দিলে সি। টোপনি আহে যদি আহক বুলিয়েই। নাহিল। আহিল বহুতো চিন্তাৰ এটা ধাৰ। কন্দৰ্পৰ ঘৰৰ মাক-দেউতাক, বায়েক-ভনীয়েক, গাঁৱৰ ওচৰ চুবুৰীয়া আৰু ডিব্ৰুগড়ত একেলগে



পঢ়া সেই ল'ৰাবোৰ—কোনোৱেতো তাৰ দৰে এই মাজ ৰাতি হুৰ্যোগৰ বোজা মূৰত লৈ অসহনীয় ভাৱনা চিন্তাৰে উজাগৰে ৰাতি কটাবলগীয়া হোৱা নাই। তাৰ—তাৰ এই মন্দ-ভাগ্যৰ বাবে দোষী কোন? দায় কাৰ? কাক সি দোষ দিব? মাক দেউতাকক? কলেজত পঢ়ক নপঢ়ক সি যদি নামটো লগাই ল'লেহেঁতেন, তেতিয়াতো এই গণ্ডগোলীয়া ঠাইখনলৈ চাকৰিয়ালৰ ভূমিকা লৈ আহি এনে অৱস্থাত পাৰব নালাগিলহেঁতেন। কলেজত নপঢ়িলে কেলেই?······আৰু কমিউনিটী প্ৰজেক্ট? কমিউনিটী প্ৰজেক্টৰ ভাবধাৰা আহিল আমেৰিকাৰ পৰা। এটা পৰামৰ্শ নেহেৰুজীৰ প্ৰতি ৰাষ্ট্ৰদূত চেষ্টাৰ বাউল্‌ছৰ। স্বাধীন ভাৰতৰ মেৰুদণ্ড হ'ল—গ্ৰাম্য অঞ্চল। সেই পিচ পৰি থকা চহা সকলৰ জীৱন নিৰ্ব্বাহৰ মান উন্নয়ণ, শিক্ষা দীক্ষাৰ বহুল প্ৰচাৰৰ বাবে উন্নয়ণ কেন্দ্ৰ—কমিউনিটী প্ৰজেক্ট। পিচপৰা জনতাৰ কল্যাণকামী চাকৰিয়াল সিওতো এটা। কিন্তু ৰাইজৰ সেৱাৰ পুণ্যফল এয়েই নেকি? ৰাম-ৰাজ্য গঢ়া প্ৰজেক্টৰ চাকৰিয়েই তাৰ কাল হ'ল নেকি?

······নহয়, কোনো দোষী নহয়। কন্দৰ্পৰ মাক-দেউতাক, কমিউনিটী প্ৰজেক্টৰ চাকৰি কাৰো গাত দোষ নাই। সি নিজেই দোষী! তাৰ নিজৰ মন্দ ভাগ্য সেয়া। ······হাঁয়! নিকুলা তুমি চাগে' এতিয়া টোপনিত লালকাল! ······"মাজ ৰাতি কেতিয়াবা সাৰ পাই শুনিছানে কেতেকীৰ হিয়া ভগা মাত?" নিকুলা! এতিয়া কিমান ৰাতি?······

খুব ৰাতিপুৱাতে সাৰ পালে সি। গাটো হুৰ্ব্বল-হুৰ্ব্বল লাগিছে। বোধহয় মানসিক ক্লান্তিৰ বাবেই। সেয়ে টোপনিৰ ভাও জুৰি শুয়ে থাকিল। ইতিমধ্যে ছোৱালীজাক শোৱাৰ পৰা উঠি ব্যস্ত হৈ পৰিছে। কোনোৱে বিছনা তুলিছে, কোনোৱে,

জুই জ্বলাবলৈ থকৰ্-থকৰ্কৈ খৰিকে ফালিছে আৰু কোনোৱে পানী আনি ঘটং কৈ বাল্টিটো থৈছে। তাৰ বিছনাখনৰ বিপৰীত পিনৰ খিড়িকীখন কোনোবাই খুলি দি গৈছে। সেইপিনে সি লাহেকৈ চাই বাগৰ মৰিলে।

খাপ্-খাপ্কৈ থকা নগা পাহাৰথন ৰাতি পুৱাৰ পাতল ৰ'দত জিলিকি উঠিছে। কিন্তু···কিন্তু নগা পাহাৰতো শান্ত নহয়। সেয়া পোন্ধৰ মিনিটমান অন্তৰে অন্তৰে কামান দাগাৰ শব্দ। মৰ্টাৰ আৰু গ্ৰীণেজৰ শব্দ। ······হয় কোহিমাতে। হাঁয়-হাঁয়। কোহিমা নগাই আক্ৰমণ কৰি অধিকাৰ কৰি পেলালে চাগৈ! তাৰ মানুহবোৰৰ যে কি বিলাই হৈছে! আৱৈ দেহি! কোহিমাত হয়তো তয়াময়া ৰণ চলিছে। সঁচাকৈয়ে যদি তাত তয়াময়া ৰণ চলিছে? এঘৰে হয়তো উঠি পৰি লাগিছে নিজৰ মান বজাই পুৱণি সন্মান অটুট ৰাখিবলৈ আৰু আনঘৰে লাগিছে—নিজৰ ক্ষমতা প্ৰতিষ্ঠা কৰি এদিনীয়া সাম্ৰাজ্য স্থাপনৰ সঙ্কল্পত। ···কিন্তু কোনে জানে সেই সমৰৰ শেষ ক'ত? যদি নগাই কোহিমাত অত্যাচাৰ আৰম্ভ কৰি দিছে? চৰকাৰী চাকৰিয়াল, ভৈয়ামৰ মানুহ আৰু লয়েল অধিবাসীৰ ঘৰত যদি জুই লগাই দিছে? জ্বলা জুই!

······মানে অসম আক্ৰমণ কৰিছিল—এবাৰ দুবাৰকৈ তিনিবাৰ। দ্বিতীয় আৰু তৃতীয়বাৰৰ আক্ৰমণত সিহঁতে অসমীয়াক ক্ষমা নকৰিলে। ক্ষমতাহীন আহোম স্বৰ্গদেউৰ অধীনৰ নিৰাহ অসমীয়া প্ৰজাৰ ওপৰত চলালে অত্যাচাৰ, লুণ্ঠন, ধৰ্ষণ আৰু কৰিলে অগ্নি-সংযোগ। তথাপি দুৰ্ব্বলচিতীয়া স্বৰ্গদেউৰ হেংদাং নাচি নুঠিল। আহোম সিংহাসনৰ লাইখুটা স্বৰূপ বৰগোঁহাই, বুঢ়াগোঁহাই, বৰপাত্ৰ গোঁহাইৰ দলৰ ৰণৰ স্পৃহা, দেশাত্মীয়তা আৰু উদ্যমে একোতে কাৰ্য্যকৰী ভাৱে দেখা নিদিলে। বিদেশীৰ বিৰুদ্ধে কোনোৱে দেশৰ স্বাৰ্থৰ নামত থিয় দিব নোৱাৰিলে



—মৰসাহ কৰি। মানৰ পৈশাচিক উৎপাতৰ বীভৎস হাঁহিত কাৰো গাৰ তেজ গৰম হৈ নুঠিল। নগা আৰু ভাৰত চৰকাৰৰ মাজতো সেয়ে হ'ব জানো? অত্যাচাৰী নগাৰ গৌৰৱ—বিজয়? মিছা কথা। অসম!—আহোম স্বৰ্গদেউসকলৰ ৰাজত্বৰ শেহছোৱাও বৰ্ত্তমানে নাই। বিদ্ৰোহী নগাই কেতিয়াও সিহঁতৰ এই অন্ধ নিচাৰ সাৰ্থকতা আনিব নোৱাৰে। মাত্ৰ যদু বংশৰ দৰে নিজে নিজে ক্ষয় হ'ব। এৰি যাব—আপোন হাতে জ্বলাই লোৱা জুইত পুৰি শেষ হোৱা নিজৰ ঠাইৰে এসোপা ছাই।······

কোনোবা অহাৰ খোজৰ শব্দত তাৰ চিন্তাৰ সোঁতত বাধা জন্মে। এজনী ছোৱালী। তাইৰ হাতত এটুকুৰা লাক্ষ চাবোন, এমগ গৰম পানী আৰু এখন নগা-কাপোৰ—টাৱেল। তাই কন্দৰ্পৰ ওচৰতে গোটেই বস্তুখিনি থৈ ক'লে—"মুখ ধুব, চাহ খাব নিমিত্তে।" তাই তাৰ পিনে চাই গুচি গ'ল।

মুখ ধুই ওচৰৰে চেয়াৰ এখনত সি বহিল। অলপ পিচতে তাই এমগ চাহ, এটা নগা বটাত (খুফি) দুটা সিজোৱা কণী, তিনিটা কেচা জলকীয়া আৰু অলপ লোণ আনি দি গ'লহি।

চাহ খাই থাকোতেই এজন চিপাহীয়ে চাৰি পেকেট কেপ্ষ্টান চিগাৰেট কন্দৰ্পৰ ওচৰত থৈ অলপ নিলগত থিয় দি ক'লে—"আজিৰ পৰা আপোনাৰ নিমিত্তে দিনে এটা কুকুৰা, চাৰিটা কণী, শাক-পাচলিৰে ভাত, ৰাতিপুৱা আৰু আবেলি দুৱাৰ চাহ আৰু দুই পেকেট চিগাৰেট পাব।"

মন্তব্য নিষ্প্ৰয়োজন ভাবি কন্দৰ্প মনে মনে থাকিল। সি গুচি গ'ল।

চাহ খাই হোৱাৰ পিচত কেইজনমান চিপাহীয়ে এখন ৱেক ব'ৰ্ড, কেই টুকুৰামান চকুমাটি, এখন টেবুল, এখন চেয়াৰ, সাতখন বেঞ্চ, ৰেজিষ্টাৰ বহী এখন আৰু আউট্ পেচেণ্ট ট্ৰিটেড ৰেজিষ্টাৰ বহী এখন আনি হাজিৰ হ'লহি। আগৰাতি প্ৰেচিডেণ্টে

দিয়া নিৰ্দ্দেশমতে হ'বলগীয়া নাৰ্চ ট্ৰেইনিং চেন্টাৰৰ আহিলা-পাতি বুলি বুজিবলৈ কন্দৰ্পৰ বাকী নাথাকিল।

মেজখনৰ পৰা পোন প্ৰথমে আউট পেচেণ্ট ৰেজিষ্টাৰ বহীখনকে হাতত ল'লে সি। আউট পেচেণ্ট মানে ইহঁতে বস্তীৰ চিভিল মানুহক বুজোৱা নাই। বাহিৰৰ পৰা আহি দৰব খোৱা অসুস্থ চিপাহীকহে বুজাইছে। বহীখনত এনেদৰে ভাগ ভাগ কৰি লিখা আছে। বিভাগৰ নাম ( Name of Division ), চিকিৎসা ( Treatment ), বেমাৰৰ নাম ( Kind of Disease ) আৰু মন্তব্য ( Remark )। চিকিৎসা লোৱা বা দৰব খোৱা কোনো মানুহৰে নাম তাত উল্লেখ নাথাকে। চিপাহীয়ে মুখেৰে বোলে নাম কোৱাৰ দস্তুৰ নাই। মাত্ৰ চেক্সনেল্ কামাণ্ডাৰে চিনাক্তকৰণ কৰি এখন শ্লিপ্ হাতত দি পঠায়—"পত্ৰ বাহক অমুক নম্বৰ চিপাহীৰ অসুখ, তাক দৰব দিব। তাৰ ইউনিট নম্বৰ অমুক।"

বাৰু, বাইদেউহঁতৰ বহীখনকে খুলি চোৱা যাওকচোন। এই বুলি বহীখন খুলি ল'লে কন্দৰ্পই। আও সাতাইশজনী ছোৱালীৰ নাম আছে লিখা। সিহঁত হেনো ৰেগুলাৰ ক'ৰ্ছৰ ছাত্ৰী। বহীখন মেলি লওঁতেই এজনী ছোৱালী লচ্‌পচ্‌কৈ তাৰ ওচৰলৈ আহি ক'লে যে, বাহিৰৰ পৰা মাজে-সময়ে দহ পোন্ধৰ জনীয়া ছোৱালীৰ একোটা জাক আহে আৰু প্ৰাথমিক সাহায্য, কমন ডিজিজ আদিৰ বিষয়ে সাধাৰণ জ্ঞান লাভ কৰি যায়। গোটেই কেইখন বহী চাবলৈ নাপাওঁতেই প্ৰেচিডেণ্ট আহি গুড্ মৰ্ণি দিলেহি।

প্ৰেচিডেণ্টে তাৰ কামৰ ৰুটিন কৰি দিলে। ৰাতিপুৱা আঁঠৰ পৰা এঘাৰ বজালৈ আৰু তিনিৰ পৰা পাঁচ বজালৈ নাৰ্চ ট্ৰেইনিং ক্লাছ, ছয়-ত্ৰিশৰ পৰা সাত ত্ৰিশলৈ দৰব দিয়া, বেমাৰী চোৱা ইত্যাদি। বাকী সময়খিনি তাৰ খোৱা, জিৰণি লোৱা আদিৰ বাবে।



কথা প্ৰসঙ্গত তেওঁ শিকালে যে ক্লাছ চলি থকা সময়ত সি যেন বাহিৰা মানুহ কাকো ভিতৰলৈ জধে-মধে সোমাবলৈ নিদিয়ে।

তিনিদিনৰ দিনা কন্দৰ্পই নগা চৰকাৰৰ ইউনিফৰ্ম্ম পালে। ইউনিফৰ্ম্ম মানে কলপতীয়া ৰঙৰ লংপেণ্ট এটা আৰু বুছচাৰ্ট একোটা, বেল্ট এপাত আৰু চাইনিজ কেপ্ এটা। এজোৰা হাণ্টিং বুটো। মোজা নাই। কেপ্‌টোৰ ৰং অৱশ্যে খাকি। কান্ধত লগাবলৈ তিনিটাকৈ ষ্টাৰ থকা দুটা বেজ, ক'লা কাপোৰত বগা সূতাৰে সূতা তুলি এন, এইচ, জি, লিখা দুচটা কাপোৰ আৰু এজোৰা কটাকটিকৈ থকা চাবি। এই গোটেইখিনি কান্ধত থাকিব একাদিক্ৰমে। আকৌ এজোৰা ৰেডক্ৰ'ছ। কন্দৰ্পৰ বাহিৰে ৰেডক্ৰ'ছ কাৰো নাছিল। চাবি দুটাৰ মানে কি সোধাত এজন অফিচাৰে তাক বৰ আগ্ৰহেৰে কলে,—"চক ভাৰতে নগা জাতিক আৱদ্ধ কৰি ৰাখিছে পৰাধীনতাৰ শিকলিৰে তলা লগায়। বিদ্ৰোহৰ চাবিৰে আমি সেই পৰাধীনতাৰ তলা খুলিব লাগিব। চাবি বিদ্ৰোহৰ প্ৰতীক।" কন্দৰ্পই একো নকৈ মাত্ৰ ভাবিলে, বাৰু মইনা খোলা পৰাধীনতাৰ তলা—বিদ্ৰোহৰ চাবিৰে। গম পাবা ৰ'বাচোন!

ইউনিফৰ্ম্মৰ লগে-লগে কন্দৰ্পই অতিৰিক্ত হুকুম এটাও পালে যে, দিনে-ৰাতিয়ে সি ইউনিফৰ্ম্মত থাকিব লাগিব। অন্যথা যেন নহয়।

## ( ১৩ )

নাৰ্চ ট্ৰেইনিং ক্লাছ ভালদৰেই নিয়মমতে আৰম্ভ হৈ গৈছে। সি অৱশ্যে বিশেষ যত্নবান হোৱা বুলি ক'লে বেছি কোৱা হ'ব। ছোৱালীহঁতক আগত লৈ সি তেনেই কিবা কিবি গাই বাই যায় মাত্ৰ। ছোৱালীহঁতৰ কেইজনীমানৰ পিচে শিকিবলৈ আগ্ৰহো আছে। শিকো বুলিয়েই লাগিছে। সিহঁতে প্ৰশ্ন কৰে, নুবুজিলে কয় আৰু টুকিও লয়। অৱশ্যে অজ মূৰ্খৰ জাকটো স্থৱিৰভাৱে বহি তাৰ পিনে চাই বা হাতত থকা বহীবোৰ লিৰিকি-বিদাৰি সময় কটায় মাত্ৰ। সিও তাইহঁতৰ বিশেষ যত্ন একো লোৱা নাই। কিবা যদি শিকিছেও সেয়ে যথেষ্ট।

সিদিনা জুনৰ ১৪ তাৰিখ। ক্লাছলৈ যাবলৈ সাজু হৈ বাহিৰত ইফাল-সিফাল কৰি আছে সি। আঠ দেখোন বাজি গৈছে অথনিয়ে। কিন্তু কোনো অহা নাই। ভিতৰলৈ সোমাই গ'ল সি। উৱা! আটায়ে দেখোন ভাতৰ পাতত। কাকো একো নোসোধাকৈ সি আহি চেয়াৰখনতে মনে-মনে বহি থাকিল। "এই ৰাতিপুৱাতে তহঁতৰ মৰ খকে পালে কেলেই?" চিজেভাই ভাতৰ কাহীখন কন্দৰ্পলৈ আনি টেবুলত থ'লে। সি তাইৰ পিনে চাই সুধিলে।

"না, আমাৰ চি, আই, ডি, মানু আহি কেনে খবৰ দিছে, মাও পিনত পৰা মিলিটাৰী আমাৰ পিনে আহি আছে। বাবু, জল্‌দি ভাত খাবিনা। এই কেম্পত পৰা যাব লাগিব আমি।" তাই ওলাই গ'ল। মতি-গতি বৰ সুবিধাজনক যে নহয়, সি চিজেভাৰ চাল-চলনতে বুজিলে। কাৰণ তাই আনদিনা তাৰ লগত অলপ ইয়াৰ্কি নমৰাকৈ কেতিয়াও নাযায়।

ভাত খাই থাকোতেই কাণত পৰিল বন্দুকৰ গুলীৰ শব্দ। বৰ বেছি দূৰৈত নহয়, ওচৰৰে কোনোবা বস্তীত। গুৰুম্—গুৰুম্—।



বন্দুকৰ গুলীবোৰ ইটো পাহাৰৰ পৰা সিটো পাহাৰত ঠেকা খাই সিহঁতৰ কাণত পৰিছেহি। বজ্ৰ-কঠোৰ ভাৱে চৰকাৰী চিপাহীয়ে অবিৰাম ভাৱে গুলী চলাই বিদ্ৰোহী নগাক বিচাৰি আহিছে। পাহাৰ কপোৱা অসংখ্য গুলীৰ শব্দ সিহঁতৰ কাণত সঘনে পৰিছেহি। অলপ পিচতে সিহঁতে বিচাৰি-বিচাৰি এই কেম্প পাবহি। মিলিটেৰীবোৰে গুলী কৰিব কন্দৰ্প, কেপ্টেইন, নাৰ্চ হঁতলৈ, বিদ্ৰোহী নগা চিপাহী আৰু অফিচাৰবোৰলৈ। প্ৰত্যুত্তৰত সিহঁতৰ মাজত হ'ব সংঘৰ্ষ। কোনো মৰিব, কোনো ঘূণীয়া হ'ব আৰু কোনোবা পলাব। এটা গুলী যদি কন্দৰ্পৰ গাটো লাগেহি! "আৰে বাবু জল্‌দি খাবিনা।" ছোৱালী এজনী ততাতৈয়াকৈ আহি ক'লে। সি ভাতৰ পাতত বহি খোৱাৰ সলনি সেইবোৰ কথাহে ভাবিছিল।

"বাবু! আমি ইতিয়াই ইয়াত পৰা যাব লাগিব দেই।" কন্দৰ্পই কিবা ক'বলৈ মুখ ঘূৰাওঁতেই বিৰাট শব্দ কৰি মৰ্টাৰ এটা সিহঁত সোমাই থকা ঘৰটোৰ ওপৰতে পৰিলহি। নিমিষতে সিহঁতৰ কাণ নিষ্ক্ৰিয় হৈ পৰিল। ঘৰটোৰ ব্যস্ততা, গুণ্‌গুণণি আদি সকলোবোৰ তল পৰিল। সকলোবোৰ ঠেলা-হেঁচা কৰি বিছনাৰ তলত সোমাই দীঘল দি শুই পৰিল। আধাঘণ্টামান তেনেদৰে থকাৰ পিছতেই গোটেইবোৰ নাৰ্চ আৰু চিপাহীয়ে দৰব-জাতি, কাপোৰ-কানিবোৰ বোকোচাত লৈ ঘৰটোৰ পৰা ওলাই পাহাৰৰ মাজৰ সৰু বাট এটাৰে দৌৰিবলৈ ধৰিলে। মিলিটেৰীৰ গুলী নিচেই ওচৰৰ পৰাই আহিছে! কাৰো পিনে কোনেও নোচোৱাকৈ এটাৰ পিচত এটাকৈ সিহঁত দৌৰিছে মাত্ৰ। পাহাৰৰ মৌনতা আজি ভাগি গৈছে। গোটেই পাহাৰবোৰতে আজি গুলীয়া-গুলী। হাতত ৰাইফেল টমিগান, ব্ৰেণগান, মৰ্টাৰ লৈ হাবি-বননি চলাথ কৰি নামি আহিছে মিলিটেৰী—জাকে জাকে।·····

যুদ্ধ— !……

হাবিৰ মাজত যুদ্ধ। বাঁহ আৰু তীখাৰ সমৰ নহয়। তীখা আৰু তীখাৰ সমৰ। উফৰি পৰিছে হেজাৰ-বিজাৰ স্ফুলিঙ্গ। সেউজীয়া পাহাৰত তাম বৰণীয়া জুই! পাহাৰৰ বুকু ফালি হেজাৰ-হেজাৰ গুলী গৈছে আগবাঢ়ি—শত্ৰু বিচাৰি, আশ্ৰয় বিচাৰি আৰু ধ্বংস বিচাৰি।……

কন্দৰ্পহঁতৰ পলৰীয়া দলটো পাহাৰৰ উঠা-নমা, একা-বেঁকা বাটটোৰেদি দৌৰিয়ে আছে। অনভ্যস্ত কন্দৰ্পৰ ভৰিৰ তলুৱাৰে যেন জুইহে ওলাইছে। ভাত খাই উঠিয়েই সি এনেদৰে কোনো দিন দৌৰা নাছিল। বাটে-বাটে সি শাও দি গৈছিল নগাবোৰক—মৰি নিপাত হৈ যাবলৈ। ধূলিস্যাৎ কৰি দিবলৈ বাৰে-বাৰে ঈশ্বৰক প্ৰাৰ্থনা কৰিছিল সি।

প্ৰায় দুই ঘণ্টা দৌৰি-দৌৰি সিহঁতে পালেগৈ এটা নতুন কেম্প। তিনিমাইল মান নিলগত। মিমা বস্তী। কিগুয়েমা কেম্প এৰি পলাই অহা গোটেই দলটো ভালে-ভালে মিমা পাইছেগৈ। কন্দৰ্পই ওপৰে-ওপৰে সকলোকে চালে। সি কিন্তু ভাল নাপালে—আটাইবোৰ নিৰাপদে যোৱাত। কিয়? কিয় গোটেই জাকটো বিঘিনি নোহোৱাকৈ মিমা কেম্প পালেগৈ? লেখি শেষ কৰিব নোৱাৰা এই অজস্ৰ গুলী সোপানো ক'ত পৰিলগৈ? মিলিটেৰীবোৰ চিকাৰলৈ আহিছিল নেকি? সি পেটে-পেটে চিন্তা কৰিছিল কথাটো।

মিমাত কেম্প পাতিবলৈ এজন মেজৰে অৰ্ডাৰ দি গ'লাহি। তাত পোৱা ঘৰটিও কিগুয়েমাত এৰি যোৱাটোৰ দৰেই বেচ ডাঙৰ। ঘৰটোত কেইজনমান বাঢ়েয়ে খৰ্ধৰকৈ কাম কৰিছে। মানে চাৰিখন তক্তাপোছ পেকিং বাকচেৰে ফিট্ কাৰবলৈ লাগিছে। যোগাৰখিনি সম্ভৱতঃ আগৰেই আছিল। মাত্ৰ দৰকাৰ হোৱাৰ লগে-লগে ব্যৱহাৰৰ উপযোগী কৰি দিছে।



মেজৰৰ হুকুম পোৱাৰ লগে-লগে ছোৱালীহঁতে হোবাৰ পৰা বস্তুবোৰ উলিয়াই সজাবলৈ ধৰিলে। কেইজনীমানে বিছনাবোৰ পৰিপাটি কৰাত লাগিল। ঘৰটোৰ বাহিৰত চিপাহীয়ে পহৰা দি আছে।

চুক এটাত পৰি থকা কাঠ এটুকুৰাৰ ওপৰতে কন্দৰ্প বহি পৰিবলৈ বাধ্য হ'ল। ভাগৰে অস্থিৰ কৰি তুলিছিল তাক। বহি বহি সি ভাবিছে—আৰু এদিনমান সি একোকে নকৰে। নাৰ্চ ট্ৰেইনিং ক্লাছ বন্ধ ৰাখিব। মানুহ মৰিতো আৰু কাম কৰিব নোৱাৰি। কাঠ টুকুৰাত বহিয়েই ককালটোত দুয়োখন হাতেৰে চেপা মাৰি ধৰিলে সি। শুদা মজিয়াতে শুই দিবৰ মন গৈছিল। জিভাখন পিয়াহত শুকাই গৈছে। থুইবোৰ গোট মাৰিছে।

"খুব ভাগৰ লাগিছে নহয়?" কান্ধত হাত এখন থৈ সোঁপিনেদি কন্দৰ্পৰ মুখৰ পিনে মুখ ঘূৰাই গাতে গা-লগাই বহি সুধিলে কোনোবা এজনীয়ে। ঘূৰি চালে সি। অ' চিজেভা। তাই কন্দৰ্পৰ ঘামে তিয়াই, ৰদে ৰঙা কৰা মুখ খনলৈ চাই আছে।

"বৰ ভাগৰ লাগিছে অ'। বহুত দৌৰিছোঁ নহয়। তোৰ কাম শেষ হ'ল?"

"নাই। বাকী ছোৱালীখনে কৰি আছে। মই তাত পৰা দেখিছে নহয় আপুনি খুব টায়াৰ্ড নিচিনা কৰি আছে। আয়ু-উ মৰম ভি লাগে হ।" চিজেভাই তাইৰ হাতত থকা ৰুমালখনেৰে তাৰ মুখৰ ঘামবোৰ মচি দিলে। সেইখন আচলতে ৰুমাল নহয়। চিলাই কৰি বেছি হোৱা ব্লাউজ পিচৰ অংশ।

"হোঁ খাবি।" হাতৰ মুঠিৰ পৰা দুফুটা নেমু তাই তালৈ আগবঢ়াই দিলে। কন্দৰ্পই এফুটা তাইৰ মুখত সুমাই দি আন-ফুটা জিভাখনেৰে মুখত লৰ্ফৰাই চেপা মাৰি ধৰি ক'লে,—"তই মোৰ লগত এনেকৈ বহি থাকিলে বাকী মানুহবোৰে কিবা ক'ব দেই!"

"ওঁ হয়তো।" তাই নজনা কথা এটা বুজি পোৱাদি ক'লে:

থিয় দি তাই হাত এখনৰে তাৰ কান্ধত হেঁচুকি দি ক'লে,—"কিন্তু না, আপোনাৰ ওচৰৰ পৰা যাবলে মন নাই দেই।"

"চিজেভা—" কন্দৰ্পই তাইৰ আঙুলি এটাত টিপি দি মাত্তিলে।

"অ'—অউ।"

"তই এতিয়া কাম কৰগৈ যা। পিচত কথা পাতিব দেই।"

তাই একো নকৈ আঁতৰিল। তাই যোৱাৰ পিনে সি এবাৰ চালে। তায়ো চাইছিল। চকুৰে-চকুৰে পৰাত তাই হাঁহি মুখখন কাপোৰেৰে ঢাকি গুচি গ'ল।

চিজেভা নাৰ্চৰ দ'লটোৰ নাগিনী ছোৱালী এজনী। সিহঁতৰ মাজলৈ অহাৰ লগে-লগেই তাই এই কম দিনকে'টাৰ ভিতৰতে সহজে মিলি গৈছে তাৰ লগত। সি যেন তাইৰ নিচেই ওচৰৰ কোনোবা আপোনজনহে—বৰ মৰমৰ। বহুদিনৰ মূৰতহে যেন লগ পাইছে। কিগুয়েমা কেম্পত তাই তাৰ বিশেষ যত্ন লৈছিল। সি বিছনাত শুই থাকিলে তাই ওচৰতে বহি কথা পাতে। অলপ কথাতে খং কৰে। আকৌ সহজভাৱে হাঁহি-হাঁহি সৰু ছোৱালী-জনীৰ দৰে মাটিৰ লগত মিলি যাব খোজে। ইটো-সিটো কাম কৰি দিয়ে। কিন্তু চিজেভা, কন্দৰ্প কোনোৱেইতো নিৰাপদ স্থানত নাই! দুয়ো নগা পাহাৰৰ বিদ্ৰোহীৰ কেম্পত। তাই বেচেৰীও হয়তো কোনোবা বিদ্ৰোহী নগা নেতাৰ দেশাত্মক ভুৱা কথাৰ পাক সাৰিব নোৱাৰি নাৰ্চ সোমালহি। অথচ নিজৰ জীৱন যে বিপদাপন্ন, পাহাৰৰ হোজা নাগিনী গাভৰুৱে ভাবিবকে নোৱাৰিলে। আৰু কন্দৰ্প? তাৰ অৱস্থাও সেয়ে। অথচ চিজেভা আৰু তাৰ মাজত গঢ়ি উঠিছে প্ৰগাঢ় বন্ধুত্ব। দিনে-দিনে তাই তাৰ ওচৰ চাপি আহিছে। চিজেভা—চিজেভা—চি—জে—ভা—। তাইৰ নামটো সি মনে-মনে আওঁৰালে। কিন্তু নিকুলা? ভিচুয়েমাত যে,·········



গৰপ্-গাৰাপ্ শব্দ কৰি কোনোবা এজাক মানুহ ঘৰটোৰ ভিতৰ সোমালহি। কন্দৰ্পৰ চিন্তাত ভেটা পৰিল। সি বহাৰ পৰা থিয় দিলে। হায় ভগবান!

কিগুয়েমাৰ ওচৰত হোৱা গুলীয়া-গুলীৰ ফলত আহত হোৱা নগা চিপাহী বাৰজন চিকিৎসাৰ বাবে হস্পিটেললৈ আনিছে, কেইজনমান নগা হ'মগাৰ্ডে। লগত কেইজনমান মিলিটেৰী অফিচাৰ।

এজন মেজৰ আহি আহত বাৰজনৰ এজনলৈ আঙুলিয়াই কন্দৰ্পৰ পিনে চাই ক'লে,—"এওঁ চেকাচাং চেকেও ডিভিজনৰ ব্ৰিগেডিয়াৰ। পিঠিত তিনিটা বুলেট সোমাইছে আৰু বাকী চিপাহীকেজনৰ কাৰো পিঠিত, ভৰিত, কলাফুলত গুলী সোমাইছে। আপুনি সেইবোৰ উলিয়াবৰ ব্যৱস্থা কৰক।"

পিঠিত তিনিটাকৈ বুলেটৰ ক্ষত আৰু তেজৰ বোৱতী সুঁতি লৈও ব্ৰিগেডিয়াৰ চাহাব বেচ স্মাৰ্ট্ হৈয়ে আছে। ককালত ওলমি থকা পিস্তলটো বোধহয় কোনো কামত নাহিল।

গুলী খোৱা চিপাহীৰ জাকটোৱে গুণ্‌গুণাই কথা পাতি আছে। এনেহে লাগে,—সিহঁতে যেন সিহঁতৰ নিজৰ গাৰ ক্ষত-বিক্ষত অৱস্থাটো আৰু কেচা তেজবোৰ পাহাৰিয়েই পেলাইছে। কোনো এজনেও বিষত কাওঁৱাও কৰা নাই। মন মাৰিও থকা নাই। এনেকুৱা অৱস্থা হ'ব বুলি যেন সিহঁতে আগৰে পৰাই জানিছিল। অসম্ভৱ ধৈৰ্য্যৰে আছে সিহঁত! চিকিৎসাৰ অপেক্ষাত এনেকুৱাকৈ ভৈয়ামৰ মানুহ শতকৰা ৯৫ জনেই সহজভাৱে সময় কটাব নোৱাৰিব।

এজন অফিচাৰে চিপাহী দুজনে আনি থোৱা নতুন বাকচ দুটাৰ পিনে আগবাঢ়ি আহি খুলিবলৈ লাগিল। সেয়া দৰৱৰ বাকচ। আন এজন অফিচাৰে এটা সাধাৰণভাৱে ঢাক দিয়া বাকচ খুলিলে। অ' সেইটো দেখোন ভিচুয়েমাৰ ডাক্তৰখানাৰ বাকচ। ভিচুয়েমাৰ

পৰা অনা আটাইবোৰ দৰবৰ বটলত থকা লেবেলেই সি আপোন হাতে লিখা। সি চিনি পালে। মনটো তাৰ ভিচুয়েমালৈ উৰা মাৰি যায়।······

ভিচুয়েমাৰ সি থকা ঘৰখন, বস্তীখন, ডাক্তৰখানাখন, দৰব নিবলৈ অহা মানুহবোৰৰ কথা তাৰ মনত পৰে। সি গুচি অহাত তাৰ মানুহবোৰৰ চাগৈ কি দুৰৱস্থাই হৈছে !

ৰিজেলৰ ল'ৰাটোৰ অসুখ আছিল। ডায়েৰীয়া। সি দৰব দিছিল। সম্পূৰ্ণ ভাল নৌ-হওঁতেই আকৌ হ'ল জ্বৰ। নিয়মমতে দৰব খাই আছিল যদিও ল'ৰাটোৱে সম্পূৰ্ণ চিকিৎসা নাপালেই। বিদ্ৰোহীৰ দলে লৈ আহিল সোপাকে। ল'ৰাটো যদি ভাল হোৱা নাই! কোহিমাৰ পৰা দৰব আনি খুউৱাৰ অৱস্থা নিশ্চয় নাই! যদি ল'ৰাটো মৰিল? আয়ৈ দেহি! ইমান ধুনীয়া আছিল ল'ৰাটো।···কি নাম জানো আছিল সেই মানুহজনৰ? অ' হয় নিহালে। ইস্ ৰাম! তাৰ ভৰিখন কেনেকৈ বিয়পি পৰিছিল ঘাঁৱে। সোঁ ভৰিখন। প্ৰথম দিনা সি এখন বৰ ডাঠ ফটাকানিৰে ঘাঁ টুকুৰা বান্ধি ডাক্তৰখানালৈ আহিছিল খোৰাই খোৰাই; হাতত এডাল লাঠি লৈ। ফটাকানি টুকুৰা তিয়াই ঘাঁৰ পানী বৈ আহিছিল ভৰিৰ পতালৈ আৰু বাটৰ ধূলিবোৰ পৰিছিল তাৰ ওপৰত। ভৰিখন ফুলি গৈছিল। কেনেকুৱা যে দেখা গৈছিল তাৰ ভৰিখন! গোন্ধাইছিলো। কি বিপদ! সি কৈছিল আঙ্গামী কথা। কন্দৰ্পই নুবুজে একোকে। দুয়ো বোবাৰ মাজত বুজাপৰা হ'বলৈ বেচ্ টান হৈ পৰিছিল। পিচে, কন্দৰ্পক সদায় গাখীৰ দিবলৈ অহা নিকুলা ওচৰতে থিয় দি চাই আছিল। অৱশেষত তাই হাঁহি-হাঁহি নগা কথাবোৰ তাক বুজাই দিছিল! এদিন গছৰ মূঢ়া এটাত খুন্দা খাই অলপ ডাঙৰকৈয়ে ঘাঁ লাগিছিল। তাৰ পিচত দিনে দিনে······

"ডাক্তৰ!" চক্ খাই উঠিল কন্দৰ্প। ফিৰি চালে পিছলৈ।



নতুন বাকচ খুলি থকা অফিচাৰজনে তাক মাতিছে। তেওঁৰ পিনে সি চাই ৰ'ল। অফিচাৰজনে আকৌ আৰম্ভ কৰিলে— "আপুনি কামত লাগি যাওক। এইবোৰ ইনষ্ট্ৰুমেণ্ট, আপোনাক দিলো। বহুতো অস্ত্ৰোপচাৰৰ আহিলা-পাতি উলিয়াইছে তেওঁ। কন্দৰ্পই মনোযোগেৰে সেইবোৰ নিৰীক্ষণ কৰিলে! স্কেল-প'ল, ডিজেক্টিং ফ'ৰ্ছেক, ক্লোৰোফৰ্ম্ম-মাস্ক, ফৰ-ৱায়াৰ, চিল্ক-গাট এন্টি-চেপটিক্ স্পিৰিট, ডিৰেক্টৰ, আৰু কিবাকিবি বহুতো। এটা ভাল অপাৰেছনেল থিয়েটাৰৰ সাজ-সৰঞ্জাম।

"বুজিছে, আপুনি ইমিডিয়েট্লি কাম আৰম্ভ কৰক"। মানুহজনে তাৰ ওচৰলৈ আহি আকৌ ক'লে।

কথাষাৰ, শুনি কন্দৰ্পৰ বুকুখন ধপ্‌ধপাই উঠিল। সিটো চাৰ্জ্জাৰী পাছ নহয় যে, অপাৰেছন কৰিব পাৰিব। কম্পাউণ্ডাৰ পঢ়ি থাকোঁতে এই সৰঞ্জামবোৰৰ কিবা কিবি দুই চাৰিবিধ দেখিছিল মাত্ৰ। বাকীবোৰৰ ছবিহে দেখিছে। ব্যৱহাৰ কৰা দূৰৈৰ কথা। আৰু সি ভাবিবকে পৰা নাছিল যে, কোনোবা দিনা সেইবোৰ হাতত ল'ব লাগিব। মাত্ৰ অভিজ্ঞতাৰ বাবে ইনষ্ট্ৰাক্টৰ বোৰে মাজে-সময়ে এপাৰেটাছৰ ডেমন্‌ষ্ট্ৰেচন দিছিল। সিবিলাকৰ গাটো দোষ নাই। কাৰণ অস্ত্ৰোপচাৰ সদায় চাৰ্জ্জনৰ কাম। কম্পাউণ্ডাৰৰ তাত কৰিবলগীয়া একো নাই। অগত্যা কৰিলেও ইটো-সিটো যন্ত্ৰ ততাতৈয়াকৈ চাৰ্জ্জনৰ হাতত তুলি দিয়া বা চাৰ্জ্জনৰ হাতৰ পৰা নমাই নিয়া। তাৰ বেছি আনে যদি কিবা কৰিছেও, সি অন্ততঃ একো কাৰ পোৱা নাই। আৰু সি— কন্দৰ্পই কৰিব অস্ত্ৰোপচাৰ!

"মইতো অপাৰেছনৰ বিষয়ে একো নাজানো!" সি সহজ ভাৱেই কথাটো প্ৰকাশ কৰিলে।

"নাজানো বুলি কলেই নহব নহয়। আপুনিয়েই মেডিকেল চেক্সনৰ ইনচাৰ্জ্জ। আপুনি কৰিবই লাগিব"।

অফিচাৰজনৰ আক্ৰোশপূৰ্ণ আৰু হুটা মাতত কন্দৰ্পৰ বেয়া লাগি গ'ল। খঙো উঠিল। অলপ সময় সি তভক্ মাৰি ভাবিলে। এবা, তাৰ গাতেই দোষ। সিনো নাজানো বুলি নিজৰ দুৰ্ব্বলতা দেখুওৱাৰ বাহিৰে কিটো হ'ল। আৰু দৰ্কাৰেই বা আছিল কি—বিনয় দেখুৱাবলৈ? সিয়েইটো ইয়াত সৰ্ব্বেসৰ্ব্বা। সি যেনিবা কিবা এটা ভুল কৰিলেই। মাৰাত্মক ভুল! তাতনো কোনে মাতিব? ঠিক্ আছে সি কৰিব। অস্ত্ৰোপচাৰ কৰিব। কোনোবা মৰিলেও মৰক। গুলী খাই নমৰি যেনিবা গুলী উলিয়াওঁতে মৰিল!

অফিচাৰজনৰ আদেশহে যেন সি পালন কৰিবলৈ গৈছে তেনেহেন দেখুৱাই গম্ভীৰভাবে বুছচাৰ্টৰ হাতৰ বটাম খুলি কিলাকুটিৰ ওপৰলৈ ভাজ কৰি চিনিয়ৰ নাৰ্চকেইজনীক সাজু হ'বলৈ ক'লে। সিহঁতৰ দুজনীমানে ইতিমধ্যে অলপ দূৰত কেইবিধমান ইনষ্ট্ৰুমেণ্ট ষ্টাৰিলাইজ্ কৰিছেই। ষ্টাৰলাইজ কৰা মানে অস্ত্ৰোপচাৰৰ যন্ত্ৰবোৰ গৰম পানীত সিজাই বীজাণু নাশ কৰা। অৱশ্যে সকলোবোৰ যন্ত্ৰৰে ষ্টাৰিলাইজ পদ্ধতি একে নহয়। তাৰ বাবে ভিন-ভিন্ কৌশল আছে। সিহঁতৰ কামত একো নক'লে সি। সিহঁতে যে, তেনে কৰিবলৈ ধৰিছে, সেয়ে যথেষ্ট।

এইবাৰ কন্দৰ্পৰ পণ্ডিতালি জাহিৰ কৰাৰ পাল। পোনতে সি হাত দিলে গুলী সোমাই ওলাই যোৱাবোৰৰ গাত। ছোৱালীহঁতে এণ্টিচেপটিক দি ধুই গৈছে। সি টিপি-পিটিকি দৰব দি গৈছে। তেজ বেছি ওলোৱা বহল মুখৰ ঘাবোৰ কাপোৰ চিলোৱাদি ঠহৰ-ঠহৰকৈ চিলাই গৈছে। তথাপি সিহঁত নিৰ্ব্বিকাৰ। সিহঁতৰ তেজ বৈ থকা ঘাবোৰ দেখি তাৰেই (চাৰ্জ্জন?) গাটো সিৰসিৰাই গৈছিল। অথচ সিহঁতে যেন নিজেই গম পোৱা নাই সিহঁতৰ কি হৈছে। আৰু সি কি



কৰিছে? অফিচাৰৰ দলে চব জান্তা ডাক্তৰৰ কাৰ্য্য-কলাপ একান্তমনে চাই আছে।

বুলেটবোৰ বাহিৰ কৰিবৰ হ'ল। ককালটোৰ তঁহ-তঁহি গুচাবলৈ বুলি অলপ সময় পোন হৈ তহলি ললে। তাৰ মনটো উগুল-থুগুল লাগিছে। কিবা এটা উৎকণ্ঠা। বহুদূৰৈৰ পৰা গুলীৰ শব্দ পাতলে-পাতলে কাণত পৰিছেহি। সময়বোৰ ক্ষিপ্ৰ গতিৰে আগবাঢ়ি গৈছে।......

পোনতে ব্ৰিগেডিয়াৰ চাহাবৰ নাকত ক্লোৰোফৰ্ম্ম লগাবলৈ নাৰ্চ এজনীক নিৰ্দ্দেশ দিলে। ক্লোৰোফৰ্ম্মৰ প্ৰয়োগ সম্পৰ্কে এদিন ক্লাছত ইনষ্ট্ৰাকচন দিয়া তাৰ অলপ অলপ মনত আছিল। সিদিনা বিশেষ মনোযোগ দিয়া নাছিল বাবেই কিমান সময় নাকৰ গুৰিত ৰাখিব লাগে সেই বিষয়ে সি বিপাঙত পৰিল। মস্কিলেই হ'ল। ইপিনে তাই ধৰিয়েই আছে। পাঁচ মিনিটৰ ওপৰ হ'লত ব্ৰিগেডিয়াৰে মুখখন বিকৃত কৰি সেহাই-সেহাই ক'লে, —"মই মৰোনে বাচো ক'ব পৰা নাই।" পেটে-পেটে হাঁহিও উঠিছিল তাৰ মুখৰ ভঙ্গী দেখি। তথাপি সি গম্ভীৰ হৈয়ে থাকিল। অলপ সময়ৰ পিছতে ব্ৰিগেডিয়াৰ লেতু-সেতু হৈ অজ্ঞান হৈ পৰিল।

টেবুলৰ পৰা স্পক্ এডাল লৈ তাৰ গাত কন্দৰ্পই টানকৈ খুচি দিলে। সি ওহ-আহ নকৰা দেখি ডাইৰেক্টৰ পাত হাতত লৈ গুলী সোমোৱা বাটেদি সোমাই দি বোকাত কুচিয়া বিচৰাদি খুচি-খুচি চাবলৈ ধৰিলে। অৱশেষত ডাইৰেক্টৰ পাত গুলীত ঠেকা খালে। খচ্ খচ্ কৈ উঠিল। ডাইৰেক্টৰ পাত উলিয়াই থৈ ক্লেপ এপাত এণ্টিচেপটিক স্পিৰিটত ডুবাই লৈ সেইপিনে সোমাই দি বহুত চেষ্টা কৰি দুঠাইৰ পৰা দুটা গুলী বাহিৰ কৰি আনিলে। গুলী দুটা একেবাৰে মাংসৰ আঁহৰ মাজত সোমাই আছিল যদিও তৃতীয়টোতকৈ ওপৰত। তৃতীয়টো নোৱাৰিলে। ডাইৰেক্টৰে ঢুকিকে নেপালে।

কাম শেষ হোৱাৰ পাঁচ-ছয় মিনিটমানৰ পিছত ব্ৰিগেডিয়াৰে সাৰ পালে। বৰ বেছি বিষ বোধ হয় অনুভৱ কৰা নাছিল। ওচৰৰ গামলাটোত পৰি থকা কেঁচাতেজে কৰাল মাৰি থকা বুলেট ছুটা দেখি উলাহেৰে নিজৰ হাতত তুলি লৈ লিৰিকি-বিদাৰি চোৱাৰ পিচত তাক খুব আনন্দিত হোৱা যেন দেখা গ'ল। সি হাঁহি হাঁহি ক'লে, "বৰ বচালে ডাক্তৰ! বৰ বচালে!! আপুনি নহলে মই মৰিলো হয়। বহুত ধন্যবাদ।"

ওচৰতে থকা অফিচাৰৰ দলটোৱেও কিৰিলি পাৰি উঠিল। "ঠিক্ আছে। ঠিক্ আছে!" নিচেই সাধাৰণ কাম এটাহে যেন কৰিলে এনেকুৱা ভাব দেখুৱাই সি অন্য এজনলৈ মন দিলে।......

ভালেখিনি সময় লাগি-যুঁজি সন্তৰপৰ গুলী আটাইবোৰ উলিয়াই ধুই-মেলি বেণ্ডিজ্ কৰি আহত দ'লটোৰ অস্ত্ৰোপচাৰৰ কাম শেষ কৰোঁতে আবেলিয়েই হ'ল।

আচৰিত কথা ১৪ জুনৰ পৰা ১৮ জুনৰ ভিতৰতে ইনড'ৰ পেচেন্ট্ হিচাপে হস্পিটেলত ৰখা আটাইবোৰ গুলী খোৱালোক আজি দুজন, কালিলৈ চাৰিজন কৰি গৈ শেষেই হ'ল। ব্ৰিগে-ডিয়াৰ চাহাবো গুচি গৈছে। কন্দৰ্পই হস্পিটেলৰ ইনচাৰ্জ্জ, অথচ সিয়েই গম নাপায়—সিহঁত যোৱাৰ। সি কেবাজনকো সুধিছিল—এই বিষয়ে। "কি জানি হ। কোন জাগাতে জালে।" সকলোৰে একেটা উত্তৰ। পিঠিত গুলী লৈয়ে ব্ৰিগে-ডিয়াৰ চাহাব বোলে পুনৰ যুজত নামিছে। এদিন চিজেভাই কৈছিল। ক'ত জানো শুনিলে তাই!

কেইদিনমান হৈছে। আউট্‌ড'ৰ পেচেন্টহে আছে। ইন্‌ড'ৰ নাই। দৰৱ লৈয়ে আছে, দি আছে। অথচ তাৰ কাৰো লগত বিশেষ-কথা-বতৰা নাই। কথানো কিটো পাতিব।

বাহিৰৰ পৰা অহা চিপাহীবোৰক কিবা সুধিলেও নাজানো



বোলাৰ বাহিৰে অমুকটো হ'ল বুলি কোৱা সি শুনা নাই। ইমান গোপনীয়কৈ কথা লুকাই ৰাখিব পাৰে ইহঁতে। অথচ চি, আই, ডিয়ে, সদায় শত্ৰুৰ গতি-বিধিৰ খবৰ দিয়ে আছে। সেইবাবেই সি কাকো একো নোসোধে।

( ১৪ )

সিদিনা সি বাতিপুৰা এনেয়ে বহি আছিল। বাহিৰত এজন চিপাহী আহি ক'লে সাজু হৈ থাকিবলৈ। "ৰেডি থাকিব লাগে।" ৰেডি আৰু নো কিটো? ৰাতিয়ে-দিনে সি ইউনিফৰ্মতে থাকে। জোতাযোৰা খুলে শুওঁতে, ঘৰৰ পৰাটো বাহিৰ নোলায়েই। ওলাবইনো ক'লৈ? কেইদিনমান ওচৰৰ বস্তীখনলৈ গৈছিল সি। মনটো বাহিৰ ওলালে অলপ ভাল লাগে বুলি। সিও চিপাহীয়ে-চন্তৰীৰে পৰিবেষ্টিত হৈ। অকলে কলৈকো এখোজো যাবলৈ নিদিয়ে। এতিয়া আৰু পিচ পিনে হাত বন্ধাই গুলী কৰিবলৈ ৰেডি কৰিলেহে হ'ব। কেইমিনিটমানৰ পিচতে এজন মেজৰ আহিল। কন্দৰ্পৰ ওচৰত থিয় হৈ ক'লে,—"ইহঁতৰ লগতে যাওকচোন।"

"কলৈ?" কন্দৰ্পই সুধিলে।

"ইহঁতেই লৈ যাব।"

কুকুৰৰ পোৱালী। মুখ ফুটাই কথাই নকয়। অগত্যা সি যাবলৈ থিয় দিলে—গিৰীহঁতৰ ঘৰৰ মন নবহা চাকৰ এবাবাৰীলৈ যোৱাদি।

দহোটা নগা হ'মগাৰ্ড, পাঁচজনী নাৰ্চ আৰু সি পাহাৰৰ মাজৰ লুঙ্‌লুঙীয়া বাট এটাইদি গৈ আছে। চিপাহীহঁতে বিৰি খাই বিৰ্‌বিৰাই সিহঁতৰ মাজতে কথা পাতি গৈ আছে। ছোৱালীহঁতে কথা কোৱাতকৈ হাঁহিছে বেছি। সি কাৰো লগত যোগ নিদি মনে মনে গৈ আছে।

"আৰে বাবুটু কথা নকয় কেলেই?" এজনী ছোৱালী তাৰ ওচৰলৈ আহি ক'লে।

"বাবুৰ মনতে বেমাৰ হৈছে হবলা দেই। মই বুজিছে কি



নিমিত্তে কথা কোৱা নাই। নহয় না বাবু?" আন এজনীয়ে যোগ দিলে আগৰজনীৰ কথাত। জাকেই তাৰ মুখৰ পিনে চাই হাঁহি দিলে—কিৰিলি পাৰি।

"কিমাননো পেক্‌-পেকাই থাক তহঁতে?" ধমকি মাৰি দিলে সি। সিহঁতে হাঁহি অন্য কথা উলিয়ালে। আচলতে কন্দৰ্পৰ খং উঠিছিল অথনিৰ সেই মেজৰ নে চেজৰ জনলৈ। সুধিছিল ক'লৈ? বোলে ইহঁতেই লৈ যাব। চোঁৱৰ ছালা। ভাঙি ক'লেনো তাৰ জিভাখন ক'ত ছিঙি পৰে! সেই খঙটোৱেই তাৰ মনৰ পৰা মাৰ যোৱা নাছিল।

এমাইলমান বাটকুৰি বাই সিহঁতে পালেগৈ পথাৰৰ মাজৰ জুপুৰি ঘৰ এটা। এই জুপুৰি ঘৰবোৰ নগা-খেতিয়কবোৰে পথাৰত জিৰাবলৈ সজাই লয়। ইহঁতৰ পথাৰবোৰ ঘৰৰ পৰা বহুত দূৰৈত। চাৰি পাঁচ মাইলমান। অৱশ্যে বস্তীৰ ওচৰতো পথাৰ আছে। বাতিপুৱাতে সিহঁত পথাৰলৈ আহোঁত হোৱাতকৈ ভাত, শুকান মাছ, শুকান মাংসপোৰা, শুকান জলকীয়া, লাউতকৈ মধু লৈ আহে আৰু দুপৰীয়া এই ঘৰবোৰত বহি আটায়ে খায়, জিৰায়।

জুপুৰি ঘৰটোত সোমাই কন্দৰ্পই দেখিলে এটা নগা হ'মগাৰ্ড লাং খাই পৰি আছে। শুদা মাটিতে পৰি আছে যদিও সি ওপৰৰ পিনে মুখ কৰি বিৰি টানিছে। সোমাই যোৱা মানুহবোৰ দেখি সি হাঁহিলে।

"বাবু ইটো মানুহকে চাবিতো।" এজন চিপাহীয়ে ক'লে।

কন্দৰ্পই তাৰ ওচৰলৈ চাপি গৈ সুধিলে, "কি হৈছে?" হাতৰ আঙুলিৰ চেপাত জ্বলি থকা বিৰি ডালত সোপা এটা মাৰ দলি মাৰি দি ধোঁৱাখিনি উলিয়াওঁতেই ক'লে—"ভৰিতে গুলী লাগিছে হবলা।"

হবলা আৰু কি? দুয়োখন ভৰিৰে গোৰোহাৰ অলপ ওপৰ আৰু সৰু গাঁঠিটোৰ তলত গুলী লাগি ওলাই গৈছে। বোধ

হয় সি অসাৱধান ভাৱে থিয় দি থাকোতে অতৰ্কিতে তাক এই অৱস্থাত পেলালে। সি বোলে থিয় দিব নোৱাৰে, খোজ কাঢ়িবও নোৱাৰে। কেইজনমান চিপাহীয়ে তাক কেইদিন মানৰ আগতে তাতে পেলাই থৈ গৈছে। হস্পিটেললৈ নিয়া নাই কিয় বুলি সুধিবৰ মন আছিল যদিও একো নুসুধিলে সি। কাৰণ সিহঁতৰেই যদি আগ্ৰহ নাই, তাৰনো কি?

চিপাহীটো থিয় দিব নোৱাৰে। হাড় ভাঙি গৈছে। এনেকৈ পথাৰৰ মাজত বিনা চিকিৎসাত পৰি থাকিলে কোন জনমত যে সি ভাল হ'ব ভগবানেহে জানে। তথাপি তাৰ সেইবোৰলৈ খবৰ নাই। সি চিনাকি মানুহৰ সৈতে হাঁহিছে, কথা কৈছে, বিৰি খাইছে। কি আচৰিত জীৱ ইহঁত!

দিন যিমানে গৈছে, কন্দৰ্পৰ সিমানে এই বিদ্ৰোহী দ'লটোৰ প্ৰতি ঘৃণা, বিদ্ৰূপ, বিতশ্ৰদ্ধাৰ ভাৱ বেছি হৈ আহিছে। ইয়াৰ মূলতে হ'ল সিহঁতৰ তাৰ প্ৰতি পোষণ কৰা সন্দেহজনক মনোবৃত্তি আৰু কাৰ্য্যপন্থা!

কিন্তু সিহঁতে দিয়া নিৰ্দ্দেশবতো সি অকণিকে হেৰফেৰ কৰা নাই। বেমাৰী চাবলৈ দিছে; সিও চাইছে। নাৰ্চক শিকাৰ লাগে—তাকো নীৰৱে মানি লৈছে। প্ৰাণৰ টনাটনিত সদলবলে সিহঁতৰ মাজৰে এজন হৈ প্ৰাণটাকি দৌৰি পলাইছে। ক'ৰবালৈ যাবলৈ দিছে, তাকো অৱমাননা কৰা নাই। সিহঁতে উঠ্ বুলিলে উঠি বহ্ বুলিলেই বহিছে। সম্পূৰ্ণ বহতীয়া হৈ চলিছে। অৱশ্যে ৰজাকো পিচত গালি পাৰে। কন্দৰ্পৰ এই আনুগত্যৰো নিহিত অৰ্থ আছে। সিহঁতৰ হুকুমৰ অৱমাননা কৰা মানে তাৰেই মহা-মূৰ্খামি প্ৰকাশ কৰা। কাম-কাজত অৱহেলা দেখুওৱাৰ মানে তাৰ ওপৰত বিদ্ৰোহী দ'লৰ সন্দেহ বেছিকৈ জগাই তোলা। সি অৱশ্যে সুৰুঙা পালেই যে, পলাই নাহিব এনে নহয়। কিন্তু সেই ভাবটো সি এনেদৰে চেপি ৰাখিছে যে, বাহিৰৰ পৰা কোনেও



যাতে গম নাপায়। তথাপি এই বিদ্ৰোহী দ'লটোৱে তাৰ সৰলতা থিনি স্বীকাৰ কৰি ল'বলৈ টান পায়। তাক অকলে ক'লৈকো যাবলৈ নিদিয়ে। ৰাতি ভিতৰত সি শোৱে। বাহিৰত থাকে পহৰা। ক'ৰবালৈ যাবলৈ ওলাব খুজিলে তাতোকৈ চিপাহীবোৰ আগতেই সাজু। চিপাহীবোৰৰ এই অগা ভেটাবোৰে সঁচাকৈয়ে তাক বিৰক্ত কৰি তুলিছে। অথচ উপায়ো নাই। জালত বন্দী হোৱা বাঘৰদৰে হৈ পৰিছে কন্দৰ্প।

এদিন কন্দৰ্পই এজন মিলিটেৰী অফিচাৰক ওচৰতে পাই ক'লে,—"হেৰি চ'কচোন। এটা কথা। মোক আপোনালোকৰ দ'লৰ মানুহ বুলি নাভাবে নেকি? তাৰ কথাষাৰত বেচ্ বিৰক্তিৰ ভাৱ এটা ফুটি ওলাইছিল।

"কি কৈছে আপুনি ডাক্তৰ?"

"নহয় বুজিছে, ইমান বিপদ-বিঘিনিৰ মাজেদিও মই আপোনালোকৰ ভালৰ বাবেই কিদৰে কাম কৰি আহিছোঁ দেখিছেই। আপোনালোকৰ স্বাৰ্থই মোৰো স্বাৰ্থ। তথাপি আপোনালোকে মোক ইমান সন্দেহৰ চাকুৰে চায় কেলেই? খোজটো লৰালেই চিপাহীবোৰৰ অগাভেটা, ফুৰিবলৈ বাদকেই দিছোঁ। এইবোৰৰ মানে কি? মই জানিব খোজোঁ যে, মই আপোনালোকৰ বন্দী নে, মোৰ প্ৰতি আপোনালোকৰ সন্দিহান ভাৱ? আহিবৰ দিনাখন প্ৰথম সাক্ষাততেই দেখোন জেনেৰেলে কৈছিল যে, মই আপোনালোকৰ বন্দী নহয়। সহকৰ্ম্মীক জানো কয়দী ৰখা দি সশস্ত্ৰ পহৰা দি ৰাখে?"

কন্দৰ্পৰ খঙত ক'লা পৰা মুখখন দেখি আৰু বিৰক্তি পূৰ্ণ কথাবোৰ শুনি অফিচাৰজনে তাৰ মুখৰ পিনে চাই কিছু সময় ৰ'ল। তাৰ সেই গাহৰিৰ চকু যেন সৰু পিত্পিতিয়া চাকুহালৰ চাৱনিটো দেখি আৰু খঙ উঠিছিল। ৰবাৰ টেঙাৰদৰে তাৰ গাল খনত ঠাঁচ্ কৰে চৰ এটা মাৰি দিবৰ মন গৈছিল কন্দৰ্পৰ।

কুটিল ভাৱে হাঁহি এটা মুখলৈ আনি খুব শান্ত ভাৱে সেই বীৰভদ্ৰই ক'লে,—"আপুনি ভুল বুজিছে, ডাক্তৰ। প্ৰকৃততে আমি আপোনাক ভুল বুজা নাই, সন্দেহো কৰা নাই, অবিশ্বাসৰো কোনো কাৰণ নাই। দেখিছেই নহয়, ইণ্ডিয়ান চিপাহীবোৰ আৰু সিহঁতৰ চি; আই, ডি বোৰে কেনেকৈ আমাৰ পিচে পিচে পিয়াপি দি ঘূৰি ফুৰিছে। সিহঁতে অকস্মাতে আপোনাক অকলশৰীয়াকৈ পালে ধৰি লৈ যাব পাৰে নহয়! সিহঁতৰ হাতত যাতে আপুনি সহজে নপৰে, তাৰ বাবেহে এই ব্যৱস্থা। বুজিছে ?"

প্ৰশ্নবোধককৈ সি শেষ কৰিলে যদিও কন্দৰ্প ই বিশেষ একো ন'কলে। মাত্ৰ বৰ ডাঙৰ সমস্যা এটাৰহে যেনিবা সমাধান বিচাৰি পালে তেনেকুৱা ভাও জুৰি মূৰ দুপিয়ালে।

## (১৩)

ৰাতিপুৱা চাহ দিবলৈ আহিছিল চিজেভা। ওচৰত কোনো নাই। আটায়ে চাহ খোৱাত ব্যস্ত। ৰাতিপুৱাৰ মিঠা ৰ'দত তাইৰ মুখখন কেঁচাসোণ জিলিকা দিছে। তাই চাহৰ মগটো আৰু সিজোৱা কণীৰ খুফিখন টেবুলতে থ'লে।

"চিজেভা—"

"অ—অউ—" তাই ওচৰতে থিয় দি ক'লে। তাইৰ পিনে চালে সি। টেবুলত ধৰি থকা হাতৰ আঙুলিকেটা সি তাৰ হাত খনেৰে পিটিকি পিটিকি সুধিলে,—"কি খবৰ ?" "আপুনিয়ে জানি আছে।" তাইৰ চকুৱে চকুৱে পৰিল। তাই হাঁহি হাঁহি হাতখন এৰাই লৈ গুচি গ'ল। যোৱা নিশাৰ ঘটনাটো মনত পৰিছিল।

যোৱা নিশা কন্দৰ্প বহুত পলমকৈ শুইছিল। তথাপি টোপনি অহা নাছিল। ইবাগৰ সিবাগৰ কৰি বিছনাতে পৰি চট্‌ফটাই আছিল। তাৰ পৰা কেইহাতমান নিলগৰ তক্তাপোছ আৰু মজিয়াত চিজেভাহঁত শুই আছে। আন্ধাৰৰ মাজতে সি ওপৰলৈ মুখ কৰি চকু দুটা মেলি কিবা কিবি ভাবি আছিল। এনেতে সি শুনিলে এটা সৰু শব্দ। বিছনাৰ পৰা উঠি বহিলে যেনেকুৱা শব্দ হয়। কাণ উনাই শুনিলে সি। আন্ধাৰৰ মাজত দেখা নাছিল যদিও অনুমানতে সি বুজিলে যে, সেইখন চিজেভাহঁতৰ শোৱা বিছনা। ৰাতিৰ মৌনতাৰ মাজত স্পষ্টভাৱে সি শুনিবলৈ পালে কোনোবা ভৰি চোঁচৰাই তাৰ পিনে আহিব ধৰিছে। কোন বাৰু ? সিদিনা মিলিটেৰী অফিচাৰজনৰ লগত হোৱা কথা-বতৰাৰ প্ৰতিক্ৰিয়া স্বৰূপে তাক হত্যা কৰিবলৈ কোনো অহা নাইতো ? সেইখন বিছনাত চিজেভাহে শোৱে দেখোন! তাৰ বুকুখন ধপ্‌ধপাই উঠিল।

সাহসত ভৰ দি সি অস্পষ্ট ভাৱে মাতিলে,—“চি—জে—ভা।” পদশব্দ তেতিয়া তাৰ নিচেই ওচৰতে।

“উ উ……।” তাই সঁহাৰি জনালে। হয় চিজেভায়ে। সি শোৱাৰ পৰা উঠি বহিল।

…“গোসাঁই পুখুৰী পাৰত এনেকুৱা গভীৰ আন্ধাৰ ৰাতি টিমিক্-টামক্ চাকি জ্বলে…। তেজ-মঙহৰ মানুহ সোণ পাহী থৰ লাগি চাই থাকে কপিলীৰ বুকুলৈ। জীৱনৰ আদিম পুৱাৰে পৰা কপিলীক চিনি পোৱা কপিলীৰ পিতেকে চৰ্ক চৰ্কৈ নাও বাই আহে আন্ধাৰৰ বুকুত। ভৰ বাৰিষাৰ নাও। ডেকা তেজৰ বান…। দুয়ো দুকূল কাটে। ৰূপাই আগবাঢ়ে। সোণপাহীৰ যৌৱনে তাক হাত ছানি মাতে। ঘৰিয়ালৰ দৰে খৰ্খৰীয়া শুকান কাঠ এডালত বহে সি। তাই ওচৰৰ বনখিনিত। অলপ পিচতে ৰূপাই সোণপাহীৰ ওচৰত বহে। সোণপাহীৰ নাৰী দেহত ৰূপাইৰ পুৰুষত্ব লীন হৈ যায়”……

…“নিজান আন্ধাৰে ঢাকি ৰখা কুলি লাইনৰ এমূৰীয়া ঘৰটো। উমানে উমানে কঁপা কঁপা অস্থিৰ পদক্ষেপেৰে ভীম গৈ গৌৰীৰ ওচৰতে বহে। যৌৱন উচলি পৰা, পিছল ৰূপহ নাৰীদেহৰ কোমল অংশবোৰ বিচাৰি বিচাৰি আন্ধাৰৰ মাজত ভীমৰ হাত দুখন ব্যস্ত হৈ পৰে।….সজাগ ইন্দ্ৰিয়ৰ তাড়নাত তাহাঁতৰ দেহ দুটা কান্দি উঠে, অন্ধ হৈ যাব খোজে” …..

“বা—বু—উ” চিজেভাই সেহাই সেহাই মাত লগায় আৰু খেপিয়াই খেপিয়াই কন্দৰ্পৰ গাত হাত দিয়ে। কন্দৰ্পৰ বুকুখন চিৰিং কৰে গ’ল।……তাইৰ গৰম হাতখন তাৰ গাত লগাত। গোটেই শৰীৰ জুৰি কিবা এটা অদৃশ্য প্ৰৱাহ তড়িদ্বেগে প্ৰৱাহিত হৈ গ’ল। তাইক হাতত ধৰি সি ওচৰতে বহুৱাই দিলে।

কঁপা কঁপা হাতখন তাইৰ কান্ধত থৈ সি মাত মাতিলে—“চি জে—।” সম্পূৰ্ণ নহ’ল নামটো। শৰীৰ জোৰা এটা অস্থিৰ



কঁপনি। স্নায়ুমণ্ডলীৰ সংযতহীন তীব্ৰ অৱস্থাই তাৰ সমগ্ৰ সত্তাক অস্থিৰ কৰি পেলাইছে। সেই অস্বাভাৱিক কঁপনিয়ে তাৰ মুখত শেষৰ আখৰটো ওলাবলৈ নিদিলে। চিজেভাই একো নামাতিলে। মাত্ৰ সন্মুখলৈ ভৰি দুখন মেলি দি তাৰ বুকুত মূৰটো সোমাই বহি ৰ’ল। তাইৰ গাত মাত্ৰ ব্লাউজ আৰু একো নাই। কঁকালত ওলমি আছে চাদৰখনি। চুটি চাদৰৰ জোৰাটো তাই বহোঁতে মেল খাই এটা কৰঙণ উদং কৰি দিলে। মূৰৰ চুলিবোৰৰ নাৰী গন্ধটো তাৰ নাকত লগাত সি হৈ পৰিছে আৰু উন্মনা। তাইৰ প্ৰতিটো উশাহত উঠন বুকুখন সঘনে উঠা নমা কৰিছে। সি মাতিলে, —“চিজেভা!” নাই, তাই মুখেৰে নামাতিলে। বুকুত থকা তাৰ হাতখনি তাই দুয়োখন হাতেৰে হেঁচি ধৰিলে। পাহাৰী গাভৰু তাই;—নাগিনী ছোৱালী। পাহাৰী প্ৰকৃতিৰ দৰেই সবল। মোহনীয়া, আকৰ্ষণীয়া—চিজেভা!…

“চিজেভা, তই টোপনি যোৱা নাছিলি?” তাইৰ থুঁতৰিটোত জোকাৰি সি সুধিলে।

“নাই—একদম টুপনি অহা নাই। ক্লেথ, সঁচা”

“কেলেই?”

“আপুনিনো কেলেই?” তাই হয়তো তাক জব্দ কৰাৰ আনন্দত আন্ধাৰতে তাৰ পিনে চাইছিল; মূৰটো লৰচৰ কৰিছিল। তাৰ হাঁহি উঠিছিল। তাই তাক সাৱটি ধৰিলে। গভীৰ আন্ধাৰ ৰাতি কাৰো ক’তো সাৰসুৰ নাই। ৰুমটোত নিদ্ৰামগ্ন ছোৱালী-জাকৰ নাকৰ ঘোৰ্ঘৰণি। প্ৰশান্ত নীৰৱতাৰ বুকুত সাৰে আছে সিহঁত—কন্দৰ্প আৰু চিজেভা; যৌৱনৰ উন্মাদনাই চঞ্চল কৰি তোলা দুটা নৰদেহ। পুৰুষ আৰু প্ৰকৃতি।…….সাৰে আছে কেৱল ৰাতি……..

ক্ৰমে ক্ৰমে সিহঁত অতি অস্থিৰ হৈ পৰে। আনন্দৰ উত্তেজনা, প্ৰেমৰ আতিশৰ্য্য, কামনা পূৰণৰ সাৰ্থকতা বিচৰা মনটো এজনী

কোমল মাংসল দেহী নাগিনী গাভৰুৰ নিকটতম সান্নিধ্যত অস্থিৰৰ পঁৰা অস্থিৰতৰ হৈ আহে। কন্দৰ্পৰ অন্তৰখন যেন এটা প্ৰকাণ্ড বিচুবিয়াচ্। অনুদ্গীৰিত, আজি উদ্গীৰণ হ'ব। এই মুহূৰ্ত্তত।

তাইক সি আৰু ওচৰলৈ টানি আনিলে। কট্‌কৈ বিছনাখনত শব্দ এটা হ'ল। সি চক্ খাই উঠিল। অস্থিৰভাৱে শুই থকা চিজেভাক সি চুমা খালে অলেখবাৰ,—ওঁঠত, গালত, কপালত, কোমল বুকুত। কন্দৰ্পই আপোন সত্তা হেৰুৱাই পেলাইছে। সি এটা দুৰ্ব্বাৰ ৰাক্ষস আৰু চিজেভা অমৃত কুম্ভ। তাইৰ যৌৱন সমৃদ্ধ হিয়াখন অমৃতময়। তাৰ কামনা বিধূৰ মনটোৱে পাহৰি পেলাইছে পৃথিবীৰ অস্তিত্ব, পাহৰি পেলাইছে নিজকে।

দীঘল দীঘলকৈ উশাহ লৈ তাই তাৰ ওচৰতে শুই পৰিল, এখন হাত তাৰ বুকুত থৈ। কন্দৰ্পৰ টোপনি অহা নাছিল। চিজেভাৰ কথাকে ভাবিছিল। চিজেভা—চি—জে—ভা! এজনী পাহাৰী গাভৰু। যৌৱন উতলা তাইৰ মন। তাইতো তাৰ কোনো নহয়। এইখন চিজেভাৰ ঘৰ নহয়; কন্দৰ্পৰো নহয়। একেখন বস্তীৰো নহয়। পুৰণি চিনাকিও নহয়। সিহঁতৰ মাজত বিৰাট প্ৰভেদ। সিহঁত পথৰ সহযাত্ৰী। সিহঁতৰ এজনো হয়তো বেচি দিন নগা পাহাৰৰ বিদ্ৰোহী শিবিৰত জীয়াই থাকিব নোৱাৰিব। তথাপি।......

চিল্‌মিলকৈ টোপনি আহিছিল কন্দৰ্পৰ। চক্ খাই টোপনি ভাগি গ'ল। সপোন এটা দেখিছিল সি।........কন্দৰ্পৰ বেমাৰ। সি শুই আছে—ভিচুয়েমাৰ সেই ঘৰটোত—অকলে অকলে। ইমান পিয়াহ লাগিছে তাৰ! বাহিৰত বৰষুণ আৰু বতাহ। টিমিক্-টামক্‌কৈ পোহৰ দি জ্বলি থকা লেম্পটো নুমাই যাব খোজে।

বন্ধ দুৱাৰখন বাহিৰৰ পৰা কোনোবাই ঠেলি দিয়াত কেৰ্-কেৰকৈ শব্দ হয়। পাতল আন্ধাৰৰ মাজত সি দেখে নিকুলা সোমাই আহিছে কোঠাটোলৈ। বৰষুণত তাইৰ গোটেই গাটো তিতি জুৰুলি জুপুৰি হৈ পৰিছে। চুলিবোৰ গালত লিপিত খাই



ধৰিছে আৰু পানীবোৰ সেই চুলিৰ গায়েদি বৈ আহিছে। কাপোৰৰ তলৰ পৰা ফ্লাস্ক্‌টো উলিয়াই টেবুলত থৈ তাৰ পিনে চাই আছে তাই।

"নিকুলা!"

"বাবু, জ্বৰ গুচা নাই?"

"নাই অ'। তই সৌ টাৱেলখনেৰে মূৰটো মচি পেলা আৰু মোৰ চাদৰখনেৰে তোৰ খন সলা। ন'হলে তোৰো অসুখ হ'ব নহয়"। সি ক'লে।

তাই টাৱেলখনেৰে চুলিবোৰ সন্মুখলৈ নমাই দি টুকি পেলাই আল্‌নাৰ পৰা কন্দৰ্পৰ চাদৰখন আনি গাত মেৰিয়াই তাৰ ওচৰতে বহি ফ্লাস্কৰ পৰা গাখীৰ বাকি তাক খুৱাই দিলে। কপালত হাতখন দি মূৰৰ চুলিবোৰত আঙুলিবোৰ বুলাই চুলিবোৰ টানি দিয়াত সি সুখ পাই চক্ খাই উঠে।

তাৰ টোপনি ভাগি গ'ল। চিজেভা শুই থকা ঠাইখিনি হাতেৰে খেপিয়াই চালে সি। তাই উঠিছে শোৱাৰ পৰা। দূৰণিৰ পৰা কুকুৰা এটাই প্ৰথম পুৱাৰ ৰাগ টানিছে। ছকামকা আন্ধাৰত চিজেভাই ভৰি টিপি টিপি মজিয়া বগোৱা তাৰ চকুত পৰিল। আন্ধাৰৰ মাজত চিজেভা কুহেলিকা।........

## ( ১৪ )

নিকুলা ?—

ভিচুয়েমালৈ কন্দৰ্প আহিবৰ দিনাখনেই দেখা পাইছিল নিকুলাক। আৰু সেই এবাৰৰ প্ৰথম দৃষ্টিতে তাৰ মনটোৱে কোনোবা দৰদী কবিৰ সুৰেৰে কৈ উঠিছিল,—"তুমি যেন বহুদিনৰ কোনোবা অস্পষ্ট মধুৰ এক অতীতৰ চিনাকি অচিনাকি দোমোজাৰ বন্ধু।"......

আৰু সেই একেদৰেই কৈ উঠিছিল নিজৰে অলক্ষিতে, অনিৰুদ্ধ কোঁৱৰে,—অগ্নিগড়ৰ গোপন কক্ষত বাণৰ জীয়াৰীক পোন প্ৰথমবাৰ দেখি—"তুমি যে, চিনাকি মোৰ হেজাৰ দিনৰ!"

সঁচাকৈয়ে মনটোৱে কেতিয়া কাক ভাল পায় পেলায়, বুকুৰ আপোন বুলি ভাৱে, ক'বই নোৱাৰি। কন্দৰ্পৰো সেয়ে হ'ল। সিহঁতৰ ঘৰলৈ নিকুলাৰ বাপেকক বিচাৰি গৈছিল সি সিদিনা। পাইছিলগৈ তাইক। বাহিৰৰ ঘৰটোৰ দুৱাৰ মুখতে তাই থমকি ৰৈছিল—এজন মানুহ যোৱা দেখি। তাইৰ পিচ ফালটো ভিতৰতে ৰ'ল। বাহিৰ পিনে তাইৰ মুখখন মাথোন। তাই চাই আছিল তাৰ পিনে;—এজন অচিনাকি ভৈয়ামৰ মানুহক। আৰু সি উন্মেষ সনা চকু দুটাৰে চাই ৰৈছিল—তাইৰ লাবণ্যময় মুখখনলৈ। পাহাৰী সৌন্দৰ্য্যৰ প্ৰতীক নিকুলালৈ। ইমান ধুনীয়া!

......পাতালপুৰীৰ ৰাজকুঁৱৰীৰ কক্ষ। তন্দ্ৰালস ৰাজকুঁৱৰীৰ টোপনি ভাঙিবলৈ মালিনী বুঢ়ীৰ শিকনি মানি স্বদেশী ৰাজকোঁৱৰৰ আগবাঢ়ে পাতালপুৰীৰ ৰাজ কাৰেঙলৈ। সোণৰ কাঠীয়ে দেখুৱাই বাট দিয়ে পোহৰ কৰি। প্ৰজ্বলিত প্ৰদীপৰ জ্যোতিষ্মান কৰা ষোলকলা জ্যোতিৰ্মণ্ডিত ৰাজকুঁৱৰীক ৰাজকোঁৱৰে পৰশি দিয়ে।



ৰূপকাঠীৰ পৰশত তন্দ্ৰালস ৰাজকুঁৱৰীৰ সপোন ভাঙে। চকুৰ আগতে দেখে নয়নৰ মণি।......ৰাজকোঁৱৰে সনম্ৰ ভঙ্গীৰে ডিঙি পাতি দিয়ে। ঝলক মলক হীৰাৰ মালা ৰাজকুঁৱৰীয়ে পিন্ধাই দি কৰে সেৱা।......

"কোনো নাই ঘৰত?" তাইৰ চকুলৈ চাই সি থমকি সুধিছিল। কপালত বাগৰি পৰা চুলিকোছা গাত মেৰাই লোৱা ক'লা আঙ্গামী চাদৰখনৰ তলৰ পৰা কপাহ জোলাৰ নিচিনা বগা হাত খনৰ পাঁজিসেৰীয়া আঙুলিকেইটাৰে মূৰলৈ টানি সৰলভাৱে তাই চাই আছিল তাৰ পিনে। নিৰ্ব্বাক দৃষ্টি। কজলা চকুহালত অলেখ বতৰা। কি উত্তৰ দিব, তাই হয়তো ভাবিছিল। চোতালত কক্‌ককাই থকা কুকুৰা এজাক খেদি সৰু ল'ৰা এটা কাষেদি দৌৰ মাৰিলে। কুকুৰা জাকে উৰুওৱা ধূলিৰে চোতালখন ভৰি পৰিল। তথাপি তাই একো নামাতিলে। নীৰৱে থিয় দি সিও দেখোন আমনি নাপালে। কথাবোৰ দেখোন লুকায়ে থাকিল। পাহৰি পেলালে......

দুষ্মন্তৰ নিচিনাকৈ তাৰো মনটোৱে আপোনা আপুনি কৈ উঠিল, ছোৱালীজনীৰ পিনে চাই,—"এওঁ যেন নখ নলগোৱা কুঁহিপাতৰ নিচিনা, সোৱাদ নোলোৱা ন-মৌৰ নিচিনা, নিপিন্ধা মণিৰ নিচিনা, আৰু পুণ্য ৰাশিৰ অখণ্ড ফলৰ নিচিনা। জগতত বিধতাই এই নিৰ্ম্মল ৰূপটিৰ কাক ভোগী কৰে ক'ব নোৱাৰোঁ।"

ভালেখিনি সময় থিয় হৈ থাকি সি পুনৰ সুধিলে,—"ঘৰত কোনো নাই নেকি?"

মহাদেৱৰ তপস্যা ভঙ্গ হ'ল। "আহিব ইতিয়া। ইয়াতে বহিব।" থুনুকথানাক্‌ অসমীয়া মাতেৰে তাই ক'লে—মাত্ৰ দুটা কথা—আহিব ইতিয়া। ইয়াতে বাহিব।...সেয়াতো মানবী কণ্ঠস্বৰ নহয়। সেয়া নিপুণ শিল্পীৰ হাতত বাজি উঠা সপ্তস্বৰী জল-তৰঙ্গৰ ধ্বনি। গাম্ভীৰ্য্য আৰু মাধুৰ্য্যৰ অপূৰ্ব্ব সংমিশ্ৰন।

সি আগবাঢ়ি গৈ টুলখনতে বহি আকৌ এটা প্ৰশ্ন কৰিলে— "তোমাৰ নামটো কি আছে বাৰু ?"

তাই হাঁহিলে। নিমজ গাঁঠনিৰ সৰু সৰু দাঁতকে'টা ৰঙা কোমল ওঁঠ দুটাৰ মাজেৰে জিলিকি উঠিল। সিও হাঁহিলে। তাই মুখখন কাপোৰেৰে ঢাকি ভিতৰ সোমাল। সন্মুখত থৈ গ'ল এটি কমনীয় দেহৰ অপূৰ্ব্ব লয়।……

এই মাত্ৰ ধুনীয়াকৈ ইস্ত্ৰি কৰা ইউনিফৰ্ম্ম এটা দি গৈছেহি। এদিন আগতেই দিলে দেখোন। কিছু সময়ৰ পিচতেই এজন অফিচাৰে আহি কৈ গ'ল বোলে জেনেৰেলৰ অফিচলৈ কামাণ্ডাৰ ইন্ চীফ্ অব দি নাগালেণ্ড আহিব। সিও গৈ দেখা কৰি আহিব লাগে।

কন্দৰ্প্পহঁতৰ কেম্পৰ পৰা জেনেৰেলৰ অফিচ বৰ বেচি দূৰৈত নহয়। এখন তামোল খোৱাৰ বাট। দুজন চিপাহীৰে সৈতে আগবাঢ়িছে জেনেৰেলৰ অফিচলৈ। অলপ আগতে ভাবি থকা কথাবোৰৰ মাদকতা মনৰ পৰা যোৱা নাছিল তাৰ। ইস্ত্ৰি নাভাঙিবলৈ খোজকেইটা পোন পোনকৈ সযত্নে পেলাই মনটো পাতল কৰিবলৈ যত্ন কৰিলে সি।

জেনেৰেলৰ অফিচ। জেনেৰেল, ব্ৰিগেডিয়াৰ আদি কেবাজনো অফিচাৰৰ সৈতে বহি থকা ইউনিফৰ্ম্মত পাৰ্থক্য থকা অফিচাৰজনেই যে, আজিৰ অফিচ পৰিদৰ্শক, সি সহজেই বুজি পালে। অফিচত সোমায়েই কোনোপিনে নোচোৱাকৈ সি বেচ গম্ভীৰভাৱে এটা চেলুট্ মাৰিলে। চীফে বহাৰ পৰা উঠি হেণ্ডচেক্ কৰি ওচৰৰে চেয়াৰখনত তাক বহুৱালে আৰু বহাৰ লগে লগে কথা বতৰা আৰম্ভ হ'ল।

"আপুনি নগা পাহাৰলৈ আহিবৰ কিমান দিন হ'ল ?"

"৮।৯ মাহ মানহে হৈছে।"

'গুড্। আপুনি নগা হ'বলৈ মন নকৰেনে বাৰু ?"



"আপোনালোকে যি কৰিবলৈ মন কৰে তাকেই হ'ম।" চিগাৰেটটো তেখেতৰ হাতত থকা লিটাৰটোতে জ্বলাই থৈছছ্ বুলি সি আকৌ ক'লে,—"মন কৰিলে আপোনালোকে মোক এৰি দিবও পাৰে।"

"হাই ইজ্ ডেট্ ডক্তৰ ?" মুখৰ কথা শেষ হওঁতে নহওঁতেই চীফে কৈ উঠিল। "সকলোবোৰ কাম আপুনি মন দি কৰক, আপোনাৰ ফিউচাৰত ভাল হ'ব। ইউ হেভ্ ডান্ এ গুড্ ডান্। আপুনি সিদিনা অপাৰেছন কৰা খবৰ পাইছোঁ। দেটছ্ ভেৰি মাৰ্ভেলাছ্। আজি আপোনাক লগ পাই খুব ভাল পাইছো।"

সি বিশেষ একো নকৈ নীৰৱে হাঁহিলে মাত্ৰ। চীফ্ দেখোন মনে মনে থাকিল। কথা ইমানেই নেকি ? এনেতে চাহ আহিল। চাহ খাই উঠি তেৱেঁই আৰম্ভ কৰিলে,—"বুজিছে কেইদিনমানৰ পৰা মোৰ ডিচেণ্ট্ৰি হৈছে। আপুনি দৰব এটা দিয়কচোন।"

"চাহ খাব নালাগিছিল আপুনি। চাহ গৰম বস্তু।" ডাক্তৰী সুৰত সি ক'লে।

"অস্-হ ! এ'ম ছ'ৰি ! মনেই নকৰিলোঁ।" মানুহজনে হাঁহিলে।

সি এণ্টোগোৱেনাইডিন্ টেব্লেট কেইটামান অনাই দিলে। তিনিটাকৈ খাবলৈ কৈ টোপোলা বান্ধি দিলে। শ্লিপ্ এখন দি হস্পিটেলৰ পৰা ইন্জেক্চনৰ চিৰিঞ্জ অনাই লগতে 25c.cৰ এটা গ্লু্ক'জ ইন্জেক্চনো দিলে।

"আপুনি কেইদিনমান মাংস আৰু গৰম মছলা নাখাবলৈ চেষ্টা কৰিব। বেচি হ'লে খবৰ দিয়ালে মই আকৌ চাম।"

"বাৰু, বাৰু, থেঙ্ক্ ইউ ডক্তৰ ! থেঙ্ক্ ইউ ! মই সেইবোৰ নাখাওঁ বাৰু। অ' কে' ডক্তৰ, আই উইল ছি ইউ এগেইন !" যাবলৈ থিয় দি হেণ্ডচেক্ কৰি কামাণ্ডাৰ ইন্চীফ্ অৱ নাগালেণ্ড্ হাঁহি হাঁহি ওলাই গ'ল।

ৰাহিৰৰ পৃথিৱীখনৰ পৰা বিচ্ছিন্ন হৈ কন্দৰ্প সঁচাকৈয়ে সুখী

হ'ব পৰা নাই। অপ্ৰত্যাশিত এনে এটা ঘটনা সি কোনো দিনেই কল্পনা কৰিব পৰা নাছিল। পাহাৰৰ মাজত এই গুহাবোৰ, য'ত নেকি ভৈয়ামৰ মানুহৰ পদছাপ প্ৰায় পৰাই নাই, সি পোৱা পাৰিপাৰ্শ্বিকতা—য'ত তাৰ মনটো অকণিকে মিলাই ল'ব পৰা নাই, য'ত সমাজ বা সংস্কৃতি বিষয়ক শিকিব'লগীয়া আলোচনা একোটিয়েই নাই আৰু আটাইতকৈ ডাঙৰ কথা—য'ত সি নিজৰ সম্পূৰ্ণ অনিচ্ছাৰ মাজেৰে কাল কটাবলৈ বাধ্য হৈছে, তেনে এটা পাৰিপাৰ্শ্বিকতাই তাক সম্পূৰ্ণকৈ সলনি কৰি পেলাইছে। সি নিজে সলনি হোৱা নাই, হ'বলৈ যত্নও কৰা নাই। বাতাবৰণে কৰিছে। প্ৰাণহীন ভাবে সি মাথোন চলি আছে এটা বিদ্ৰোহ বলীয়া অশান্ত পৰিবেশৰ মাজত। পৃথিবীখনৰ পৰিসৰ কন্দৰ্পৰ বাবে দিনে দিনে ঠেক্ হৈ আহিছে।

জুনৰ আঁঠাইশ তাৰিখ। সি তাৰিখবোৰৰ কথা পাহৰিয়ে পেলাইছে। বহুতো সময় ভাবিব লাগে—মনত পেলাবলৈ।
ৰাতিপুৱা প্ৰায় এঘণ্টামান সময় নাৰ্চ ক্লাছ কৰাৰ পিচতে এজন মানুহ আহি বাৰাণ্ডাত থিয় দিলে। লগত একুৰি মান চিপাহী।

ভিতৰত সোমাবলৈ অনুমতি বিচাৰি একমিনিট দুৱাৰ মুখত থিয় দি বৈ ভিতৰ সোমাই হেণ্ডচেক্ কৰি কন্দৰ্পক সুধিলে,—মোক আপুনি চিনি পাইছেনে ?"

মানুহজনকতো কন্দৰ্পই আগতে দেখা নাই। সি ক'লে, "নাই, মই আপোনাক আগতে দেখা মনত নপৰে।"

"মই নগা ফেডাৰেচনৰ প্ৰেচিডেণ্ট। আপোনাৰ লগত অলপ কথা আছিল।"

"অ' ৰ'ব দেই। মই ইহঁতক যাবলৈ দিওঁ"। বেঞ্চবোৰত ফিচিঙা ফিচিঙি কৰি হাঁহি আৰু গুণ্‌গুণাই কথা পাতি থকা ছোৱালীজাকক সি ছুটী দিলে; দুয়ো দুখন চেয়াৰত বহিল—ওচৰা ওচৰিকৈ।



প্ৰেচিডেণ্টে বাওঁ হাতখনেৰে পেণ্টৰ জেপৰ পৰা চিগাৰটকেচ্ এটা উলিয়ালে। এটা কন্দৰ্পৰ পিনে আগবঢ়াই দি বাকীটো কেইবাৰমান জপাইলোৱা কেচটোৰ ওপৰত লাহে লাহে টুকৰিয়াই ওঁঠ দুটাৰে চেপি ধৰিলে। দিয়াছেলাইটোৰ প্ৰথম অগ্নিসংযোগ কন্দৰ্পৰ হতুৱাই কৰাই পিচত নিজে জ্বলাই লৈ অৱশিষ্ট জুইখিনি হাতেৰে জোকাৰি নুমুৱাই এমুখ ধোঁৱা এৰি দি কন্দৰ্পৰ পিনে চাই সুধিলে,—"কেনে চলিছে ?"

"চলিছে একপ্ৰকাৰ।" সি ক'লে। কেইমিনিটমান সময় নীৰৱ। দুয়ো চিগাৰেট টানি বহি আছে। চিগাৰেটৰ ছাইখিনি টোকৰ মাৰি জোকাৰি পেলাই প্ৰেচিডেণ্টে ক'লে—"বাৰু ডাক্তৰ, আমি কিয় ফাইট্ কৰিছো আপুনি জানেনে ?"

প্ৰশ্নবোধক বাক্যটো কন্দৰ্পৰ কাণত শেষ হ'ল যদিও ওঁ-আঁ একো সমিধান নিদি নিৰ্ব্বিকাৰ ভাৱে বহি ৰ'ল সি।

মানুহজন কিন্তু হতাশ নহ'ল। তেওঁ বক্তৃতাৰ সুৰতে ক'লে, —"আমি যুজিছো আমাৰ স্বাৰ্থ আৰু লগতে আপোনালোকৰ স্বাৰ্থ ৰক্ষা কৰি মানুহ হিচাপে জীয়াই থাকিবৰ নিমিত্তে। যিহেতু আপুনি গদাপাণিৰ দেশৰ মানুহ। আমিও গদাপাণিৰে নাতি-পুতি। মনত পেলাওকচোন, আপোনালোকৰ ভৈয়ামৰ গদাপাণিক আমাৰ পাহাৰৰে ডালিমী গাভৰুৱে ভালপোৱা নাছিলেনে ? আমি আপোনালোকৰ বন্ধু। আমি গদাপাণিৰ নাতি-পুতিবোৰেহে যুজিছো। আনে নহয়। আমি যদি ইণ্ডিপেণ্ডেণ্ট্ পাওঁ, আপোনালোকৰ অংশ এটাই ইণ্ডিপেণ্ডেণ্ট্ পোৱা বুলি আনন্দ আৰু গৌৰৱ কৰিব লাগে। যিহেতু আপোনালোকো ইণ্ডিয়ান নহয়। এদিন হয়তো আমি আৰু অসমখনৰ ৰাইজে লগ লাগি অসমখন ইণ্ডিপেণ্ডেণ্ট্ কৰিব পাৰিম। তেতিয়া হ'লে আমাৰ ইয়ালৈ বহুত অসমীয়া মানুহ আহিব পাৰিব আৰু আমিও অসমীয়াৰ লগত থাকিবলৈ ভাল পাম। আপুনি যদি আমাৰ এই সংগ্ৰামত

সৱলভাৱে আমাৰ ভালৰ বাবে সহযোগিতা কৰে, তেন্তে এতিয়াতকৈ আগলৈ আৰু ভাল হ'ব আপোনাৰ।"

প্ৰেচিডেণ্টে অকলে কথাবোৰ কৈ আছে। মাথোন মাজে মাজে কন্দৰ্পই মূৰ দুপিয়াই শলাগে আৰু চকুৰ পিনে বিস্ময়ৰ ভাৱ দেখুৱাই থৰ লাগি চাই শেষত ওঁঠ দুটা লৰাই হাঁহে আৰু চিগাৰেট টানে।

আঙুলিত লাগোঁ-লাগোঁকৈ পুৰি শেষ হোৱা তৃতীয় চিগাৰেটটোৰ টুকুৰাটো মজিয়াতে পেলাই জোতাৰে মোহাৰি মোহাৰি প্ৰেচিডেণ্টে ক'লে,—"বুজিছে, আপোনাক আমাৰ নগালেণ্ড গৱৰ্ণমেণ্টৰ তৰফৰ পৰালাইচেন্স্ দি প্ৰমোচন দিয়াৰ ব্যৱস্থা কৰিম। তেতিয়া আপুনি বেচ্ আৰামত চাকৰি কৰিব পাৰিব। বুজিছে, কথাটো?" অলপ সময় প্ৰেচিডেণ্টে তাৰ চকুৰ পিনে চাই ৰ'ল। কন্দৰ্পই একো নামাতি থকা দেখি মানুহজনে আৰম্ভ কৰিলে,—"নে আপুনি ইণ্ডিয়ান চিপাহী বেচিকৈ অহা দেখিলে ভয় খাই সিহঁতৰ লগত গুচি যাবগৈ?"

"কেতিয়াও নাযাওঁ!!" তপৰাই সি উত্তৰ দিলে। সি— কন্দৰ্প হ'ব নগালেণ্ডৰ চিভিল চাৰ্জ্জন! চিভিল চাৰ্জ্জন! পেটে-পেটে হাঁহি উঠিল তাৰ।

"বাৰু, ভাল কথা। আপোনাক দেখা কৰি বৰ ভাল পালো। কাম কাজৰ হাত সৰাই টান। তথাপি মই আকৌ আহিম, আপোনাৰ তালৈ বুজিছে?" দুখোজ অগা পিচা কৰি কন্দৰ্পৰ ওচৰলৈ আহি ক'লে—"এই হেৰি নহয়, আপোনাৰ নাম, ঠিকনাটো মৰমকৈ দিয়ক দেই। বেয়া নাপাব আকৌ।" কন্দৰ্প ই লিখি দিয়া কাগজ টুকুৰা জেপত ভৰাই ফেডাৰেচনৰ প্ৰেচিডেণ্ট ওলাই গ'ল। সিও স্বস্তিৰ নিশ্বাস পেলালে।

## (১৮)

জেনেৰেল আহিছিল আজি। দুই জুলাই। কন্দৰ্পৰ ওচৰতে বহি জেনেৰেলে বিদায়ৰ সময়ৰ কথাখিনি ক'লে,—"ডাক্তৰ, আমি আজি হেড্‌কোৱাৰ্টাৰলৈ যাওঁ। আপুনি সাৱধানে থাকিব। আপুনি যি কোনো অসুবিধা বোধ কৰিলেই,—খোৱা লোৱাত কষ্ট পালে, ছোৱালীহঁতে কথা নুশুনি আপোনাৰ অবাধ্য হ'লে, কোনোবাই অনৰ্থক কিবা দিগ্‌দাৰী দিলে আপুনি ছিম্প্‌লি শ্লিপ্ এখন লিখি যি কোনো হ'মগাৰ্ড এজনৰ হাতত মোলৈ দি পঠিয়াব। মই তাৰ ব্যৱস্থা কৰিম। কাৰো লগত তৰ্কাতৰ্কি নকৰিব। বহুতে নুবুজাকৈয়ে কিছুমান কথা কৈ আপোনাক ব্যতিব্যস্ত কৰিব পাৰে। আপুনি এই কেম্পৰ ইনচাৰ্জ্জ্। গতিকে আপুনি ভাল দেখা মতে কাম চলাব। এটা ইম্পৰটেণ্ট্ কথা কওঁ। যদি অকস্মাতে শত্ৰু আহি এই কেম্প আক্ৰমণ কৰেহি, আৰু তেতিয়াও যদি কোনো আপোনাৰ চিনিয়ৰ অফিচাৰ আহি কেম্প চিফ্‌ট কৰিবলৈ নকয়, তেন্তে আপুনি সিবিলাকৰ অৰ্ডাৰ প্ৰতীক্ষা নকৰি, আসন্ন বিপদৰ পৰা ৰক্ষা পৰিবলৈ সদলবলে সময় থাকোতেই পলাই যাব। ইয়াত থকা ছোৱালীহঁতে জানেই বস্তুবোৰ কেনেকৈ নিব লাগে। অ' এই ছোৱালীহঁতৰ যত্ন ল'ব দেই। সিহঁতক খুচি মতে ঘূৰিবলৈ নিদিব। বাৰু আমি যাওঁগৈ। বাই—বাই......" জেনেৰেলে হেণ্ডচেক্ কৰি ওলাই গ'ল। লগত গ'ল কেইজনমান অফিচাৰ আৰু দুজন হ'মগাৰ্ড। লগতে সেই গ্ৰামসেৱিকা জনীও—ভিচুয়েমাৰ পৰা অনা।

জেনেৰেলক বিদায় দি কন্দৰ্পৰ মনটো সঁচাকৈয়ে বেয়া লাগিল। সি সততে লগপোৱা নগা অফিচাৰ দ'লৰ ভিতৰত এই মানুহজনৰ

ব্যৱহাৰেই সি ভাল পাই আহিছিল। আহিবৰ দিনাখনৰ পৰা জেনেৰেলে মাজে সময়ে তাৰ খবৰ বাতৰি লৈ আছিল। মাজে মাজে আজৰি পালে তাৰ তালৈ আহি নগালেণ্ডৰ কথা পাতিছিল। অৱশ্যে এইবোৰ কথা জেনেৰেলেও খুব জুখি মাখি কৈছিল; যাতে গোপন তথ্যবোৰ কথাৰ পাকত বাহিৰ নোলায়। পোনতে কন্দৰ্পই ক্লেইদিনমান চিনিয়ৰ অফিচাৰবোৰক জধে মধে চেলুট্ মাৰিছিল। পিচে, এদিন জেনেৰেলে কন্দৰ্পক ক'লে—"ডাক্তৰ, এটা কথা। আমাৰ মাজত ভিন্ ভিন্ ৰেঙ্কৰ বহুতো অফিচাৰ আছে যদিও আমাৰ বিশেষ প্ৰভেদ আমি নাৰাখো। সেইবাবেই ক'ব খুজিছোঁ— তলতীয়াবোৰে ওপৰৱালাবোৰক অনবৰত চেলুট দিব লাগে বুলি কোনো ধৰাবন্ধা নিয়ম নাই। ৰাস্তাইঘাটে চেলুট্ নিদিলেও একো কথা নাই। আমি বিচাৰো কামৰ মাজেদি নম্ৰতা আৰু শৃঙ্খলা। চেলুট্ মাৰি নম্ৰতা প্ৰকাশ কৰাৰ অৰ্থ ক'ত, যদি কামত শৃঙ্খলা আৰু মনোযোগিতা নাথাকে? আমি এখন শ্ৰেণীহীন সমাজৰ মাজত থাকিবলৈ কৰা চেষ্টাৱেই এই আন্দোলন। আপুনি শিক্ষিত মানুহ। বাহিৰৰ কথা জানে। আপুনিয়ে ভাবি চাওক, পৃথিবীৰ সকলো প্ৰাণী এজন ঈশ্বৰৰ সৃষ্টি। নহয় জানো?"

"হয়"। কন্দৰ্পই আগ্ৰহেৰে শলাগিছিল। "ভাগ্যৰ ফলত আৰু কৰ্ম্ম পৰিশ্ৰমৰ ফলত," জেনেৰেলে বৰ ধুনীয়াকৈ আৰম্ভ কৰিছিল পুনৰ—"কিছুমান মানুহ পৃথিবীত বিখ্যাত হৈ যশস্যাবান হৈ পৰে। টকা-পইচা হয়, বিদ্যা হয়, মাটি-জমিৰ অধিপতি হয়;—সুখৰ সংসাৰৰ মাজত আনন্দৰে কাল কটায়। আকৌ সেই একেখন পৃথিবীৰ সেই একেখনে সমাজতে চাওক,—কিছুমান মানুহ চেপা খাই পৰি থাকে। সমস্ত জীৱন ব্যাপি সি তাৰ নিষ্পেষণৰ পৰা মুক্তি পাবলৈ কৰে অক্ষয় সংগ্ৰাম। কিন্তু বহুতেই হয় ব্যৰ্থ। সেই জীৱন-ভৰা দাৰিদ্ৰকে বুকুত সাৱটি থকাবোৰক ধনী মানুহবোৰে চল পালে আৰু হেচা দিব লাগে, তাৰ জানো অৰ্থ আছে?



আমাৰ নগালেণ্ড চৰকাৰৰ এইটো এটা অন্যতম নীতি যে, সৰু-বৰৰ প্ৰভেদ নিবিচাৰি সকলোৱে সমবেতভাৱে কৰ্ত্তব্য আৰু লক্ষ্যপথত আগবঢ়াটো। শ্ৰেণীহীন সমাজ গঢ়াৰ পথত এইবোৰ ব্যৱধান একোটা প্ৰধান অন্তৰায়। এজন আমাৰ নগা-হ'মগাৰ্ডে যদি বাটত লগ পোৱা মেজৰ এজনক চেলুট নামাৰে তেন্তে তেওঁ অন্য দেশৰ মিলিটেৰী অফিচাৰবোৰৰ দৰে টেলেকা চকুৰে হ'মগাৰ্ড-জনলৈ নাচায়।" জেনেৰেল গ'লগৈ।

কেম্পৰ পিচপিনে বুঢ়া গছ এডালৰ কটা মূঢ়া এটাত অকলে অকলে বহি আছিল কন্দৰ্প। সোনকালে ছুটি পাই ছোৱালীহঁত ওচৰৰ নৈ খনলৈ গা আৰু কাপোৰ ধুবলৈ গৈছে। চিপাহী কেইজনে সন্মুখৰ পিনে বহি গপ্ পাতি আছে। বাহিৰৰ পাহাৰ-বোৰত পাতল ৰ'দ পৰাত সেউজীয়া গছ-গছনিবোৰ দেখিবলৈ হৈ পৰিছিল বৰ ধুনীয়া। তাতোকৈ ধুনীয়া হৈছিল এখনতকৈ আনখন পাহাৰৰ ক্ৰমিক শাৰীবোৰ। তাৰ মনটো উৰি গৈছিল ভৈয়ামলৈ। বহুত দিন চকুৰে নেদেখা সেউজীয়া পথাৰবোৰলৈ এই বাৰিষা তাৰ মনত পৰিছিল। ভৈয়ামৰ চহাবোৰ এতিয়া চাগে' পথাৰ ঢাকি আছে। উত্তপ্ত ৰ'দলৈ সিহঁতৰ কাণসাৰ নাই। সৃষ্টিৰ আনন্দত সকলোৱে উন্মনা। এই বেলি দুহাত ভটীয়নিত সিহঁত হয়তো ঘৰমুৱা হৈছে আঠুৰনী পানী আৰু বোকাৰ মাজেৰে ঘৰলৈ।

হাল মেলি গছৰ তলত কাটি থোৱা দল ঘাঁহখিনি ম'হ হালক খুৱাই এটাৰ পিঠিত উঠি পিচৰটোৰ নাকিডাল হাতত লৈ ঘৰমুৱা হৈছে গোলাপ। মাছ মাৰি হৈঁ কাষত জাকৈখনি লৈ মেখেলা-খন কলাফুলৰ ওপৰলৈ উজুৰাই ক'লা পৰা ধানৰ মাজৰ বড়িয়াইদি ঘৰমুৱা হৈছে। সোণেইক দেখি ইফালে-সিফালে মানুহ চাই গোলাপে ৰিঙি মাৰি গাইছে—

"তোমালৈ যিমানটি মৰম ঐ লাহৰী
নিজৰ ঐ ভনীলৈ নাই..."

আধাতিতা মেখেলাৰ পাতলিটো কামোৰ খাই ধৰা ক'লা-ফুলটোৰ পৰা খচ্‌কৈ এফুৰাই গোলাপৰ পিনে কেৰাহিকৈ চাই লাজ আৰু আনন্দৰ বেশ মিলাই মিচিকিয়া হাঁহিটোৰে কৈছে;—"লাজো নেলাগে নিলাজটোৰ! ক'ৰবাত মানুহে শুনিলে……।" গোলাপে এটা কৃত্ৰিম হুমুনিয়াহ এৰে—"আই-ঐ!"

পছিমৰ আকাশৰ ক'লা মেঘ কিছুমানে বেলিটোক ঢাকি ধৰে। পথাৰত জুৰ পৰে। মলয়া বতাহে ক'লা পৰা ধানবোৰ নচুৱাই দিয়ে।...

"বাবু কি কৰিছে অ' অকলে অকলে?" মুখ ফিৰাই নাচালে সি। চিজেভা বুলি জানেই। তাইৰ উৎপাত দিনে দিনে বেছি হৈ গৈছে। আনপিনে জাক ছোৱালীয়ে সুৰুঙা পালে তাইক তাৰ লগত জোকায়। তাই একো নকয়। মুখ ভেঙুচিয়াই হাঁহে। তাই তাৰ কান্ধত হাত এখনি থৈ পুনৰ সুধিলেহি।

"একো কৰা নাই। কিবা কৰা দেখিছ নেকি?"

"নাই আপুনি কিবা ভাবিছে। কি ভাবিছে কবনা?"

"মই যাৰ লগত কথা পাতি আছোঁ। নহয়, তাইৰ কথাকে ভাবিছিলো। বুজিছ চিজেভা! তোৰ কথা ইমান মনত পৰে কেলেই অ'?" প্ৰকৃততে কন্দৰ্প ই তাইক কোৱা কথাখিনি সাজি কোৱা নহয়। চিজেভা তাৰ নিকটতম কোনোবা এজনী হৈ পৰিছে। তায়ো হয়তো কন্দৰ্পৰ সান্নিধ্য বিচাৰে! সেয়েহে তাই সদায় নিজে তালৈ চাহ আনে, ভাত আনি দি খোৱা নহয় মানে থিয় দি থাকে। শুলে ওচৰতে বহি কথা পাতে, মূৰ পিটিকি দিয়ে। টোপনি আহিলে দুখ পোৱাকৈ চিকুট মাৰি দি হাঁহি হাঁহি দৌৰ মাৰে। অকলশৰীয়া হ'লেই সি তাইৰ কথা ভাৱে। অন্য কিবা কথা ভাবিলেও চিজেভা আৰু তাৰ মাজৰ সামঞ্জস্যপূৰ্ণ কথাহে মনলৈ আহে। কন্দৰ্প চিজেভাৰ প্ৰেমত পৰিল নেকি!

কিন্তু চিজেভা ওচৰতে বহি থাকিলেও কন্দৰ্পৰ কল্পনা কুচত



ভাঁহি উঠে এটা অস্পষ্ট মূৰ্ত্তি। সেই অস্পষ্ট মূৰ্ত্তি স্পষ্টৰপৰা লাহে লাহে স্পষ্টতৰ হৈ চিজেভাৰ মুখমণ্ডল, মাংসল বুকু, সুগঠিত দেহ আৰু সমগ্ৰ ৰূপক ঢাকি ধৰে! চিজেভা লুকাই পৰে। জিলিকি উঠে সেই ঠাইত এটা কমনীয় দেহৰ নাৰী-মূৰ্ত্তি! কন্দৰ্প বিচলিত হৈ উঠে। সেইজনী,—সেইজনী নিকুলা। নিকুলা তাৰ জীৱন-যৌৱনৰ প্ৰথমা প্ৰেমিকা। ভিচুয়েমা!…

"কি কথা নকয় বাবু?" চিজেভাই তাক হেঁচি দিয়ে। তন্ময় কন্দৰ্প চক্ খাই উঠে। এৰা, সিটো তাইৰ লগত কথা কোৱা নাই। "না-ই-অ' ভাল লগা নাই, চিজেভা।" সি ক'লে।

"কেলেই? আয়ু-উ কোন নিমিত্তে মনত পৰিছে অ'?"

"কি?"

"কোন নিমিত্তে মনত পৰিছে কবিনা সচ্চা। কেলেই মোকে ভাল নালাগে?" তাই তাৰ গাতে গা-লগাই বহি মুখৰ পিনে চাই আব্দাৰ কৰি সুধিলে।

"তই গা নুধুলি?" সি কথাটোৰ সুৰ সলাবলৈ সুধিলে। তাই যে বেয়া পাইছে সি বুজিছে।

"চিজেভা!"

তাই নামাতিলে। তাৰ কান্ধৰ পৰা হাতখন এৰুৱাই নি অন্তহীন পাহাৰৰ পিনে মৌন দৃষ্টিৰে চাই ৰ'ল। হঠাতে তাই মনটো মাৰি পেলালে।

তাইৰ হাতখন সি তাৰ হাতৰ মাজত ল'বলৈ কৰা চেষ্টাটো অথলে গ'ল। তাই হাতখন টানি ধৰিলে। কন্দৰ্প তাইৰ গাৰ পিনে আৰু অলপ চাপি গৈ তাইৰ মুখৰ কাষলৈ মুখখন নি সুধিলে,—"চিজেভা, মই কি ভাবিছো ক'ম?" তথাপি তাই তাৰ পিনে নাচালে। কথাও নকলে। স্থিৰ দৃষ্টিৰে চাই ৰ'ল।

কন্দৰ্পই বাওঁ হাতখনেৰে তাইৰ থুঁতৰিটোত ধৰি, সোঁহাতেৰে জোৰকৈ তাৰ পিনে তাইৰ মুখখন ঘূৰাই দি সুধিলে,—"চিজেভা

নামাত কেলেই ? বেয়া পাইছ ? কথা সঁচাকে নকৰ ? চিজেভা, অ' চিজেভা !" চিজেভাৰ মুখমণ্ডল সেন্দুৰ যেন ৰঙা হৈ পৰিছে। চকুহাল চল্‌চলীয়া। তাই একো নামাতি তাৰ মুখৰ পিনে চাই ৰ'ল।

"চিজেভা, শুনচোন কথা এটি কওঁ। সঁচ্চাকে কথা এ—টি—

চিজেভাই "কি ?" বুলি সুধিব খুজিছিল ! কিন্তু নোৱাৰিলে। তথাপি তাইৰ মুখৰ অস্পষ্ট আৰু অব্যক্ত কথাষাৰ চকুৰ চাৰনিত সি বুজি পালে। তাই যেন কিছু শান্ত হৈ পৰিছে।

চিজেভাৰ মুখখন বুকুৰ মাজলৈ সুমুৱাই সি ক'লে,—"চিজেভা,—ম্ম—ই—ই——" তাৰ কণ্ঠস্বৰ অস্বাভাৱিক ৰকমে কঁপিছিল। বুকুখন অসম্ভৱ ৰকমে দূৰু-দূৰু কৰিছিল।

"...তোক...খু...উ...ব..." তাৰ মুখখন তাইৰ কাণৰ আৰু ওচৰ চাপিছিল। পৃথিবীৰ তৃতীয় পুৰুষে যেন সিহঁতৰ কথা শুনিবলৈ নাপায়। কন্দৰ্পৰ কণ্ঠস্বৰ ক্ষীণৰ পৰা ক্ষীণতৰ হৈ আহিছিল। শেষত মাত ডিঙিতে থাকিল। ওলাই নাহিল। আকণ্ঠ জোৰা পিপাসাই তাৰ ডিঙি শুকাই পেলালে। সেপ ঢুকিও নোৱাৰিলে সি কথাষাৰ শেষ কৰিবলৈ।

এদিন নিকুলায়ো তেনে কৰিছিল। সিদিনা সি শুই আছিল। তাই ফুৰিবলৈ আহি ওচৰতে বহি ইটো-সিটো কথা পাতিছিল। প্ৰায়ে তাই তেনেকুৱা কৰে। হঠাতে তাই কৈ উঠিল,—"বাবু আপোনাক এক্‌টাতু কথা কবলৈ মন আছে দেই।"

"নকৰ কেলেই ? এটা নহয় এশটা, হেজাৰটা কথা ক'ব পাৰ !" সি হাঁহি হাঁহি ক'লে !

"নাই—কবলৈ চৰম লাগে।" তাই তলমূৰ কৰি বিছনা চাদৰ-খন লিৰিকিবলৈ ধৰিলে।

"কচোন কি কথা—অ' নিকুলা। নিকু ! সোণজনীয়ে কয়হে কয়হে—"। তাইৰ হাতখন তাৰ হাতৰ মাজত লৈ সি কুট্



কুটাই দিলে। তাই হাঁহিত অস্থিৰ হৈ তাৰ গাত বাগৰি পৰিল। অলপ সময়ৰ পিচত তাই তাৰ কাণৰ ওচৰলৈ মুখখন নি লাহে লাহে ক'লে—"না, ম—ই, আ—প্পু—না—ক্কে—" সি হুমিয়ালে—"ওঁ"। তাৰ হাঁহি উঠিছিল তাইৰ আটি-মুটিখন দেখি। সি ইঁহা দেখি তাই অভিমান কৰি ক'লে—"ইচ্—নকব তেমেকা হলে।" তৎক্ষণাৎ হাঁহি সামৰি কৃত্ৰিম গম্ভীৰভাৱে সি ক'লে,—"আৰে, ইতিয়া হাঁহা নাই না। কচোন।" তাইৰ গালখনত সি থপৰিয়াই দিলে। মিছাকৈয়ে তাই ভবাৰ নিচিনাকৈ ওঁ-ওঁ-ওঁ কৰি ক'লে,—"ভাল প্পা—ই—ই থাকিছে—সঁচ্চা—আ"। কোনোমতে কথাখিনি শেষ কৰি তাই তাৰ বুকুত মুখখন সুমুৱাই ডিঙিটোত সাৱটি বহুত সময়লৈ ধৰি আছিল। সঁচাকৈয়ে তাইৰ লাজ লাগিছিল।......

"ভা—আল্ পা—ওঁ।" কোনোমতে শেষ কৰিলে সি। তাই তাৰ মুখৰ পিনে অপলক দৃষ্টিৰে চাই আছিল। কথাষাৰ শেষ হোৱাৰ লগে-লগে তাই আনন্দৰ আতিশৰ্য্যত কৈ উঠিল,—"কেথ্ মে ? শপত ?" আৰু তাৰ কোলাত মুখখন গুঁজি দিলে।

নিজকে প্ৰৱঞ্চনা কৰা যেন লাগিল কন্দৰ্পৰ। নিকুলাই এদিন তাক ভালপোৱা জনাইছিল আৰু সি আজি চিজেভাক তাৰে অভিনয় কৰি দেখুৱালে। ভাল পোৱা বৃত্ত-কেন্দ্ৰক কেন্দ্ৰ কৰি পৰিধি জুৰি আছে—সিহঁত ;—চিজেভা, নিকুলা, কন্দৰ্প। আকৌ গম্ভীৰ হৈ পৰিল কিছু সময় ;—দুয়োটা নীৰৱ।

"বাবু !" তাই কন্দৰ্পৰ কোলাত মুখখন ঘঁহি দি মাতিলে। তাইৰ মাতটো যেন বহু দূৰৰপৰা বতাহত ঠেকা খাই ভঁাহি আহিছে তাৰ কাণলৈ।

"গান এটা গাম দেই ?" তাই তাৰ হাত দুখন নিজ গালত চেপি ধৰি ক'লে ;—

"ওঁ।"

"নাই নাগাৰ। আপুনাৰ শুনিবলৈ মন নাই। নে গাব নেকি ?" আনন্দ-চঞ্চলা হৈ পৰিছিল তাই।

"গা-চোন—তই নাগাৰ যদি মোক নামাতিবি আজিৰেপৰা।" কন্দৰ্পই হাঁহিবলৈ চেষ্টা কৰিলে।

"আৰে, গাব নহয়। নিজৰ মাইকীকে ইমান খং কৰি থাকে নেকি ?" তাই হাঁহি হাঁহি যেন মাটিত মিলি যাব।

"—হু—আৰক্ৰাম' টা হিজে"—

চিজেভাই কন্দৰ্পৰ পিনে চাই গাবলৈ আৰম্ভ কৰোঁতেই নৈলৈ যোৱা ছোৱালীজাক ঘূৰি অহাৰ শব্দ শুনি তাই গাবলৈ বন্ধ কৰি দিলে।

"সিহঁত আহি আছে। দোচোৰা দিনা গাব দেই।" এই বুলি তাই উঠি দৌৰ মাৰিলে।

সঁচাকৈয়ে দুৰ্ভাৱনা। যোৱা ৰাতি গোটেইটো উজাগৰে কটালে কন্দৰ্পই। প্ৰেমৰ সংঘাতঃ কন্দৰ্পই চিজেভাৰ ওচৰত প্ৰেম অভিনয় কৰিলে নে চিজেভাই কন্দৰ্পৰ পুৰুষত্বৰ ওচৰত আত্ম-সমৰ্পণ কৰিলে ? নগা পাহাৰৰ বিদ্ৰোহ এটা ঢৌ। মহা-সমুদ্ৰৰ অশান্ত কল্লোলকাৰী ঢৌ। কন্দৰ্প আৰু চিজেভা দুয়ো সেই ঢৌত নাচি নাচি উটি আহিছে। গতিয়ে সিহঁতক গতিপথত লগ লগাই দিছে, হয়তো গতিয়েই সিহঁতক বিচ্ছেদ কৰিব। ক্ষণ—ক্ষণিকৰ বাবে, সম্পূৰ্ণ অস্থায়ী কেইটামান দিনৰ বাবে সিহঁতৰ দেখাদেখি। যি কোনো মুহূৰ্ত্ততে সিহঁতৰ এৰা এৰি হ'ব পাৰে। তথাপি এটা আসক্তি,—এটা মোহত কন্দৰ্প অন্ধ হৈ পৰিছে, মাতাল হৈ গৈছে।...আনহাতে পুৰুষে নাৰীৰ ওচৰত প্ৰেম-নিবেদন কৰাটো সাধাৰণ কথা। সৃষ্টিৰ আদিম পুৰাতেও আদমে ইভক প্ৰেম নিবেদন কৰিলে। পাহৰণিৰ বুকুত লুকাই পৰা সকলেও প্ৰেমৰ লীলা কৰিলে। চিৰন্তন পুৰুষ-প্ৰকৃতিৰ মাজত এটা আকৰ্ষণ চলিয়ে থাকিব। কিন্তু সি কি কৰিলে ? চিজেভা



আৰু নিকুলা সম-স্তুৰী দুজনী গাভৰু। কন্দৰ্পৰ মন-ভূমিত সিহঁত দুয়ো সমানে অৱস্থিত।...

পুনৰ সংঘাত।—দুৰ্ব্বাৰ চিন্তাৰ অক্ষয় ধাৰা। চিজেভা ? চিজেভা তাৰ বন্ধু! বিপদৰ সাৰথি তাই কন্দৰ্পৰ। সম্পূৰ্ণ অপ্ৰত্যাশিত পৰিবেশ এটাৰ মাজত যদিও তাইক সি লগ পালে, —তায়েই হৈ পৰিল তাৰ সোঁহাত। সঁচা কথা—চিজেভাৰ সান্নিধ্যই তাক বহুতো দুশ্চিন্তাৰ পৰা ৰক্ষা কৰিছে। মানসিক অস্থিৰতা, চিন্তা-ভাৱনা, ডেকামনৰ চঞ্চলতা এই সকলোবোৰৰে পৰা সি হাতসাৰি আছে বুলিয়েইতো ক'ব পাৰি। একমাত্ৰ চিজেভাৰ কাৰণেই নহয় জানো ? চিজেভা নহলেও সি জানো মৰি থাকিলহেঁতেন ?

মিছা কথা। চিজেভাৰ প্ৰতি তাৰ প্ৰেম নাই, সি প্ৰেমৰ অভিনয় কৰে। সি তাইক ভাল পাওঁ বুলি ভালৰি লগায়। তাৰ আকৰ্ষণ মাত্ৰ তাইৰ যৌৱনভৰা দেহটোলৈ। এটা লোভজনক আসক্তি। যাৰ নাম নহয় প্ৰণয়, যাৰ নাম নহয় ভালপোৱা অৰ্থাৎ প্ৰকৃত ভালপোৱা। সেয়া তাৰ দুষ্টমনৰ এটা কুৎসিত আৰু ঘৃণণীয় অভিসন্ধি ;—চিজেভাৰ দেহ সম্ভোগৰ!

আকৌ নিকুলা ? কন্দৰ্পৰ জীৱনৰ প্ৰথমা গাভৰু নিকুলাক ভালপাওঁ বুলি অৱশ্যে সি আজিও ক'ব পাৰে। কিন্তু ইমান দিনে নিকুলাকো যদি অন্য এজন কোনোবাই ভাল পাওঁ বুলি কৈছে ? চিজেভা—নিকুলা ; নি-কু-লা—চিজেভা। সিহঁত হালেই যেন তাৰ চকুৰ আগত থিয় দিছেহি। বিৰক্তি আৰু অৱসাদ ভৰা অশান্ত মনটোক কোনোমতে এটা কথাৰেও প্ৰত্যয়জনক সমিধান দিব নোৱাৰি কন্দৰ্পই খিড়িকীখন খুলি থিয় দিলেগৈ। পূবৰ আকাশ তেতিয়া তুষাৰ-শুভ্ৰ। ওচৰত বস্তী এখনৰ পৰা কুকুৰা এটাই ৰাতিপুৱাই অহাৰ সঁহাৰি দিছে।

## ( ১৯ )

কন্‌ফিডেন্‌ছিয়েল এজেণ্ট নহয় কন্দৰ্পৰ গলগ্ৰহহে! জেনেৰেল যাবৰ দিনাৰে পৰা এই কন্‌ফিডেন্‌ছিয়েল এজেণ্ট এজন তাৰ ওচৰ চাপিছে। চিপাহী-চন্তৰীৰ অগা-ভেটাৰটো কথাই নাই; এওঁ আৰু একাঠী চৰাহে। আকৌ ওচৰৰ বস্তীৰ মানুহ জাকৰটো আহ্-যাহ্ আছেই। সময় নাই, অসময় নাই, সিহঁতৰ এজাক নহয়, এজাক আহিবই তাৰ গুৰিলৈ। এজন যদি চেয়াৰত বহে, দুজন বিছনাতে বহিব, কেইজনমানে তাৰ গাতে গা-লগাই থিয় দিব। কোনোবাক সুদা বটল লাগে, কোনোক কাগজ লাগে। ইটো কি, সিটো কি। মুঠতে অশান্তি আৰু আমনি! কেইদিনমান সিহঁতক ইচ্ছামতে কথা ক'বলৈ, অহা-যোৱা কৰিবলৈ দি শেষত তাৰ অসহ্য হ'ল। সি বাধ্য হৈ সিহঁতক দাবি-ধম্‌কি দি নহা কৰিলে। কিন্তু ই? এই যে, কন্‌ফিডেন্‌ছিয়েল এজেণ্ট নে কি মাউৰত মৰাটো? সি নন্‌চেঞ্চ এটা! তাৰ কাম কন্দৰ্পক সহায় কৰা নহয়। প্ৰকাশ্যে চি, আই, ডি মাত্ৰ। সি খনোমা বস্তীৰ মানুহ। আঙ্গামী। ক'চ্ছা আঙ্গামী। তাৰ কাম হ'ল—কন্দৰ্পই কি কৰিলে, ক'লৈ গ'ল, কাৰ লগত কি কথা পাতিলে, কাৰ লগত তৰ্ক-বিতৰ্ক হ'ল ইত্যাদিবোৰত চকু দিয়া। সেইবোৰ কৰক, কন্দৰ্পৰ ক'বলগীয়া একো নাই। কিন্তু ক'চ্ছা একেবাৰে কন্দৰ্পৰ ছাঁয়াৰ নিচিনা। সেইটোতহে তাৰ আপত্তি। ভাতকেইটা খাই অলপহে সময় পায় সি। তাৰ পিচতেই নাচিং ক্লাছ, হস্পিটেলত দৰব দিয়া আদি আছেই। সি ভাতকেইটা খাই অলপ জিৰাবলৈ বুলি বিছনাখনত পৰিলেই বজাৰ কোঁৱৰৰ বুদ্ধিদাতা মন্ত্ৰীৰ পুতেকটো হৈ সি বহিবহি কাষতে। বহি জানো মনে মনে থাকিব?



তাৰ সদায় খুচৰি কৈ থকা একমাত্ৰ কথাটো হ'ল—কন্দৰ্প বোলে হেড্-কোৱাৰ্টাৰলৈ যাব লাগে।

"বাবু, একদিন হেড্-কোৱাৰ্টাৰতে যাবিনা...একদিন ওলাবি দেই...।" এদিন নহয়, দুদিন নহয় সি সদায় কৈ থাকে একেটা কথাকে।

সকলোৰে মুখে-মুখে এই একেটা কথা হৈ পৰিছে। কন্দৰ্প বোলে হেড্-কোৱাৰ্টাৰলৈ যাব লাগে। অথচ হেড-কোৱাৰ্টাৰ বস্তুটো কি সুধিলে হলে কোনোৱে সঠিক ক'ব নোৱাৰে। মাত্ৰ কয়—"আছে একটাটু। যালে মানে বুজিব।" মানে, আছে আৰু এটা হেড্-কোৱাৰ্টাৰ বুলিবলৈ, গ'লেহে বুজিব।

অৱশেষত সি এদিন হেড্-কোৱাৰ্টাৰ সম্পৰ্কে জানিবলৈ সুবিধা পালে। সেই জুনমাহত এঘাৰজন নগা-হ'মগাৰ্ড আৰু এজন বিগ্ৰেডিয়াৰৰ গাৰ পৰা বুলেট উলিয়াই দিয়াৰ কথাটো মনত আছে নহয়? সেই এঘাৰজনৰে এজন চিপাহী এদিন তাৰ কেম্পলৈ আহিল। দুপৰীয়া ক'চ্ছা ভাত খাবলৈ গৈছিল। ঈশ্বৰক ধন্যবাদ! সি বেচৰা দৰব নিবলৈ আহিছিল। ওচৰত কোনো নোহোৱা দেখি তাক ওচৰলৈ মাতি আনি চুপি-চুপি কথাটো সুধিলে কন্দৰ্পই,—"এই হেৰি নহয় অ', আমাৰ হেড্-কোৱাৰ্টাৰটো কি অ'? কোন জাগাতে আছে সিটো?"

তাৰ গাৰ পিনে আৰু এখোজ চাপি আহি সি কন্দৰ্পতকৈয়ো সৰু মাতটো উলিয়াই ক'লে,—"আৰে সিটু খুব ডেঞ্জাৰ্‌তে আছে দেই বাবু! একদম ভিতৰ পাহাৰপিনে আছে! তাতে বহুত বেয়া কথা হৈ থাকে। তাত জেলখানা আছে, কৰ্ট আছে, হস্পিটেল আছে, নাৰ্চভি আছে। আ-য়ুউ সকলো আছে দেই। তাত নিলে মানে আহিবলৈ মস্কিল আছে। তাত বাহিৰৰ মানু' নি মানে বিচাৰ কৰে। খুচি হলে মাৰে, খুচি মানে জেলত দিয়ে, খুব টান কাম কৰিবলৈ কৈ থাকে না। ইটু না ইয়াত থাকা মানু'

একটাই ভি হেড্-কুৱাৰ্ত্তাৰ্ দেখা নাই। খালি আপুনাকে এনেয়ে কৈ থাকিছে।

আপুনি মোৰ লাইফ্ ৰাখিছে, ইটু নিমিত্তেহে ইমান চিক্ৰেট্ কথাভি আপোনাকে কৈছে। কাকু নকব আপুনি। আৰু না, তাতে নিবলৈ চব মানু' কৈ থাকিলে আপুনি কেতিয়া যাম নকব। চুপ্ থাকি শুনিব।"

চিপাহীটোৰ মুখৰ পৰা হেড্-কোৱাৰ্টাৰ সম্পৰ্কে অভিজ্ঞতা লৈ মনটো আৰু বেয়া লাগিল কন্দৰ্পৰ। খঙো উঠিল তাৰ। এই জেনেৰেলজন! তেওঁ দেখোন প্ৰায়ে তাৰ ওচৰত বহি নানান কথাৰ মালিহা মাৰি গ'ল। অথচ তেওঁ কোনোদিনে হেড্-কোৱাৰ্টাৰ শব্দটোৰ 'হ' আখৰটোকো উচ্চাৰণ নকৰিলে। আকৌ যাবৰ সময়ত কৈ গৈছে যে, বিপদৰ সম্ভাৱনা থাকিলে আপুনি আটাইবোৰকে লৈ হেড্-কোৱাৰ্টাৰলৈ বুলি যাবগৈ।" কাৰ কথা শুনিব, কাৰ কথা বিশ্বাস কৰিব ভাবিকে নাপালে কন্দৰ্প ই।

"বাবু, অ' বাবু!" ক'চ্ছা অহা দেখিয়েই কন্দৰ্প ই টোপনিৰ ভাও জুৰি শুই থাকিল। সি মাতোতে নমতা দেখিও ক'চ্ছাই নেৰিলে। "অ বাবু"! সি এইবাৰ তাৰ গাত জোকাৰি দিলে। গোৰ মাৰি দিবৰ মন গৈছিল কন্দৰ্পৰ। সি চকু নেমেলাকৈ ক'লে, —"মোৰ টোপনি ধৰিছে।"

"একটা কথা শুনিছে?"

"নাই—মোৰ খুব ভাগৰ লাগিছে। পিচত কৰি।"

"আৰে শুনিবি না। আপুনাৰ কথা আছে।"

তাৰে জয় হ'ল। কন্দৰ্প ই চকু মেলি শুনিবৰ আগ্ৰহ দেখুৱালে।

ক'চ্ছাই বৰ আগ্ৰহেৰে কৈ গ'ল,—"ভিচুয়েমাৰ বস্তীৰ ভিলেজ্ চেয়াৰমেন্ আৰু বস্তীৰ মানুহবিলাকে এখন চিঠি দিছে দেই। তাত কৈ থাকিছে বোলে ভিচুয়েমাত পৰা ডাক্তাৰ খানা লুট কৰি অনাটো বৰ বেয়া কথা হৈছে। আৰু চবতকৈ বেয়া কাম হৈছে



তাত পৰা ডাক্তৰটুকে ধৰি নিয়া কামটু। ভিচুয়েমাত থকা ডাক্তাৰখানাৰ দাৱাই আৰু ডাক্তৰবাবু তাৰ লাগা মানু'বিলাকৰ নিমিত্তেহে আছিল। আৰু সিটো নাথাকা পৰা বস্তী মানু' খান খুউব কষ্ট পাই আছে। বিমাৰ হৈছে। দাৱাই খাবলৈ নাই। জল্দি ডাক্তৰ বাবুকে বস্তীতে ঘূৰাই পঠাব লাগে। এনেকা ভি লিখিছে। নহলে বস্তী লাগা মানু'বোৰ খুব বেয়া পাই থাকিব। ইটু খবৰহে আপুনাক্ কবলৈ আছিল।" কথাখিনি শেষ কৰি সি বিৰি এটা জ্বলাই তাৰ মুখৰ পিনে বিশেষ ভঙ্গী এটাৰে চালে!

"থেঙ্ক্ ইউ মিষ্টাৰ! এনেকা খবৰ পালে মোক কবি দেই।" তাক সন্তুষ্ট কৰিবলৈ কন্দৰ্পই ক'লে। বাহিৰত কোনোবা এজাকক লগ ধৰিবলৈ ক'চ্ছা ওলাই গ'ল। ভিচুয়েমাবাসীলৈ কন্দৰ্প ই আনন্দত শ্ৰদ্ধাঞ্জলি জনালে। ভিচুয়েমাৰ ৰাইজে তাক তেনে পাহৰা নাই?

( ২০ )

জুলাইৰ বাৰ তাৰিখ। মেজৰ এজন আহিছিল। আহিয়েই সি ক'ছ্ছাৰ লগত বিয়নি মেল পাতিলে। সম্ভৱতঃ তাৰ উদ্দেশ্য আচলতে কন্দৰ্পক লগ ধৰাৰ। পিচে, তাৰ লগত কথা পতা দেখি কন্দৰ্পই ভালেই পাইছে। এইবোৰৰ সম্পৰ্ক এৰি চলিবলৈকেই সি বিচাৰে। সি নেদেখা ভাও জুৰিলে।

"ডাক্তৰ!" এঘণ্টামান সিহঁত দুজনে কথাপতাৰ শেষত মেজৰ আহি কন্দৰ্পৰ ওচৰত থিয় দি মাত লগালে। কন্দৰ্পই মূৰ দাঙি চালে।

"কামাণ্ডাৰৰ হুকুম, আপুনি মোৰ লগত আজি হেড্-কোৱাৰ্টাৰলৈ যাব লাগে।" মেজৰৰ কথাবোৰ বেচ্ কৰ্কশ আৰু ৰূঢ়। সি যেন বিচাৰক। কন্দৰ্প অপৰাধী।

"কামাণ্ডিং অফিচাৰে কৈছে নেকি?"

"ওঁ।"

"চাওঁ কি বুলি অৰ্ডাৰখন লিখি দি পঠাইছে।" কথাষাৰ ক'লে যদিও কন্দৰ্পৰ ভয় লাগিছে খুব। যদি সি অৰ্ডাৰখন উলিয়াই দিয়ে? হায় ভগবান! কন্দৰ্পই অশেষ ধৈৰ্য্যেৰে মেজৰৰ পিনে হাত আগবঢ়াই দিলে।

"তেনেকুৱা লিখিত অৰ্ডাৰ একো অনা নাই।" মেজৰ বপুৰাই ভেচ্ভেচীয়া দিলে। আগতকৈ তাৰ সুৰ বহুত নৰম। ঠেলাৰ নাম বাবাজী।

কন্দৰ্পই সাহ পালে। বৰ গম্ভীৰভাৱে সি ক'লে,—"কাৰ কথানো কিমান শুনিম? আজি এজনে ক'ব অমুক কৰ, তমুকলৈ যা। এজনে ক'ব হাতৰ টীপ্ চহী দে। সুধিব—বাপেৰৰ নাম কি, ঘৰ ক'ত, বয়স কিমান, পলাই যাবি নেকি? এজন মহাপুৰুষে



আকৌ পাতে চীফ্-মেডিকেল অফিচাৰ। হে হৰি, কিমান শুনিম। কিমাননো কি কৰিম। বুজিছে, মই যাব নোৱাৰোঁ বুলি কামাণ্ডাৰক কৈ দিবগৈ। আৰু ক'ব যদি যাব লাগে তেনেহলে চীফ্ মিনিষ্টাৰ, কামাণ্ডাৰ ইন্চীফ্ বা জেনেৰেলৰ নাম-চহী থকা লিখিত অৰ্ডাৰ পালেহে যাম। হকে-বিহকে এনেকৈ ফেচ্ফেচাই থাকিলে মই জেনেৰেললৈ ৰিৰ্পট কৰিম। মিছামিছি কথা কিছুমানেৰে মোৰ শান্তি ভঙ্গ কৰে কেলেই?"

কন্দৰ্পৰ মুখৰ আখৈ ফুটা কথা শুনি বেচেৰা মনে মনে আঁতৰিল।

জ্বৰে এৰিলেও কৰ্পটিয়ে নেৰে। পিচদিনা কন্দৰ্পৰ গুৰিলৈ সেই মেজৰজন পুনৰ আহিল। লগত আনিলে এজন ব্ৰিগেডিয়াৰ।

"গুড্মৰ্ণিং ডাক্তাৰ!"

"গুড্মৰ্ণিং। বহক।" কন্দৰ্পই চেয়াৰখন দিলে।

"কেনে খবৰ?" ব্ৰিগেডিয়াৰে চেয়াৰখনত বহি সুধিলে।

"নক'ব আৰু বুজিছে। জেনেৰেল যোৱাৰপৰা মই বৰ অশান্তিত আছোঁ। চাওকচোন কিছুমান অনাৱশ্যকীয় কথাই কেনেকৈ খাই মাৰিছে। আমাৰ উপকাৰত অহা কথা হওক—আপত্তি নাই। দিনে-ৰাতিয়ে শুনিব পাৰোঁ। এই বস্তীৰ মানুহবোৰ আৰু দুই চাৰিজন আমাৰ দলৰে মানুহে বেচ্ নচুৱাইছে মোক।"

"কি হলনো? কওক না।"

"বুজিছে, এওঁলোকে মোক হেড্-কোৱাৰ্টাৰলৈ যোৱাৰ কথা কৈ আছে। হেড্-কোৱাৰ্টাৰ কি বুলি সুধিলে আকৌ একো নকয়। কালি আবেলি এওঁ লৈ যাবলৈকে আহিছিল।"

মেজৰে একো নামাতিলে।

"মইও তাকে কওঁ বুলিহে আহিছো। আপুনি এদিন হেড্-কোৱাৰ্টাৰ যাব লাগে।" ব্ৰিগেডিয়াৰে আৰম্ভ কৰিলে।

"নহয়, যাব লাগে যাম। তাত ময়ো আপত্তি কৰা নাই।"

"পিচত?"

"কথা হ'ল—আমাৰ বৰমূৰীয়া সকলৰ অনুমতি নোহোৱাকৈ মই কেম্প এৰিতো যাব নোৱাৰোঁ। তাৰোপৰি মই যদি আজি হঠাতে গুচি যাব লাগে—যাব পাৰোঁ, কিন্তু এই নাৰ্চিং ক্লাছটোৰ ক'ৰ্ছ ভালেখিনি বাকী আছে। সেইখিনি শেষ কৰিব পাৰিলে ভাল আছিল।"

"আপুনি কোৱা কথাটো সঁচা। কথা হ'ল এয়েহে, আপুনি এদিন ফুৰি আহিবলৈ বলক। আমাৰে চৰকাৰৰ হেড্-কোৱাৰ্টাৰ। আপোনাৰো—মোৰো। গতিকে এদিন ফুৰিবলৈ গৈ চাই অহাতনো কি অসুবিধাতো আছে। নে আমাৰ চৰকাৰক আপুনি বেয়া পায়।"

এইবাৰ কিন্তু জব্দ হ'ল কন্দৰ্প। তথাপি সি সাধাৰণ ভাৱেই ক'লে,—"ভাল কথা কৈছে আপুনি। বাৰু, এদিন গৈ ফুৰিয়েই আহিম তাৰপৰা। হ'ব নহয়?"

"হোৱাই নট্, ডাক্তাৰ? থেঙ্ক্ ইউ! আপুনি তেনেহলে ১৫ জুলাইৰ দিনা ফ্ৰি থাকিব। আমি আহি আপোনাক লৈ যামহি। অলপ ইফালে-সিফালে ফুৰিবও লাগে বুজিছে?" বিগেডিয়াৰে ৰং মনে ক'লে।

হেণ্ডচেক্ কৰি ব্ৰিগেডিয়াৰ ওলাই গ'ল। পিচে পিচে মেজৰ! অলপ দূৰ গৈ সি ফিৰি চাইছিল। হয়তো ভাবিছিল—"ৰহ, পাবি গম"।

তেৰ আৰু চৈধ্য তাৰিখ মাজতে। তাৰ পিচত পোন্ধৰ জুলাই। কন্দৰ্পৰ এদিনীয়া ভ্ৰমণ—হেড্-কোৱাৰ্টাৰলৈ। আকৌ দুৰ্ভাৱনা। হেড্-কোৱাৰ্টাৰলৈ যাবলৈ সন্মতি দি সি ভালেই কৰিলে নে বেয়াই কৰিলে ভাবি নাপায়।

কোনে জানে যে, সেই এদিনীয়া ভ্ৰমণেই তাৰ চিৰকালৰ বাবে মৰমী পৃথিবীৰপৰা সকলো মায়া-মোহ বিসৰ্জন দি কৰা মহাযাত্ৰা নহয় বুলি?



হে পৃথিবী! তুমি কথা কোৱাঁ! পাহাৰী-প্ৰকৃতি তুমি বাঙ্ময় হোৱাঁ। তোমালোকে মৌনতা ভাঙি তাক কোৱাঁ—বিদ্ৰোহী দলৰ বাবে কন্দৰ্পই কি কৰা নাই? তথাপি এই ব্ৰিগেডিয়াৰ, মেজৰ, ক'চ্ছা সকলোৰে অভিসন্ধি তাক হেড্-কোৱাৰ্টাৰলৈ নিয়াৰ। সৰলভাৱে, নিষ্ঠাৰে কৰ্ত্তব্য পালন কৰাৰ সেয়ে জানো প্ৰতিদান?

সেই বধ্যভূমীলৈ কন্দৰ্পক লৈ যাব—য'ত নিৰ্দ্দোষী, নিৰীহ মানুহবোৰক অযথা বন্দী কৰি নিৰ্ম্মমভাৱে কৰে হত্যা। য'ত সিহঁতৰ প্ৰেতাত্মাবোৰে বেদনাত মাজনিশা উচুপি উচুপি কাল-ছাঁয়াৰ আন্ধাৰত কিবা এটা হেকওৱা সুৰ বিচাৰি জাকে জাকে ঘূৰি ফুৰে। তালৈ—সেই ঠাইলৈ যাব লাগে কন্দৰ্প! য'ত সি তিল্-তিল্কৈ শেষ হৈ যাব—বিদ্ৰোহী নগাৰ হাতত।

টেবুলখনত কিলাকুটিটো পুতি গালত হাতখন থৈ চিন্তাত অস্থিৰ হৈ বহি আছিল কন্দৰ্প। ভাৱনাৰ অতিমাত্ৰাত সি নিজেই অস্থিৰ হৈ পৰিছে। চিজেভা আহি তাৰ ওচৰৰ পৰা ঘূৰি গৈছে। সি চোৱা নাই। কথা ক'বৰ মন যোৱা নাই। সিহঁত আটায়ে ফেঁটী সাপ;—ভীষণ অৱস্থাৰ। চিজেভা—চিজেভা,—নাই কাকো নামাতে। কাকো বিশ্বাস নকৰে সি। সিহঁতৰ বিশ্বাস নাই। সিহঁত শত্ৰু। সিহঁত আটায়ে মন্ত্ৰণা কৰি তাক হত্যা কৰিবলৈ পাঙিছে। সিহঁতক লাগে হত্যাৰ আনন্দ। মৰাশৰ ওচৰত পৈশাচিক হাঁহি উৎসৱ, বীভৎস পৰিবেশ।…চিজেভা তাৰ কোনো নহয়। তাই তাক ভালপোৱাৰ পোহাৰ মেলি অভিনয় কৰি মোহি ৰাখিছে। তাই হৃদয়হীনা!

গাঢ়-অন্ধকাৰে পৃথিৱীখন যেন ঢাকি ধৰিছে। কন্দৰ্পই চকুৰে যেন সন্মুখত একো দেখা নাই। মূৰটো ঘূৰিছে। গাটো অৱশ লাগিছে। অত্যন্ত ক্লান্ত। অথচ এটা খং আৰু অভিমান জোৰা গৰম গোটেই গাতে। বিছনাখনতে সি বহি পৰিল। সি গোটেই

পৃথিৱীখনৰ মৰম বঞ্চিত এটা নিচেই কেচুৱা ঘাট-মাউৰা ল'ৰা। উচুপি উচুপি কান্দি পেলাবৰ মন গ'ল তাৰ।

"বাবু, বা-বু অ'—"। চিজেভা কিমান সময়ৰে পৰা তাৰ ওচৰত থিয় দি আছিল সি ক'ব নোৱাৰে। খঙেৰে চকু দুটা মেলি দি সি তাইৰ পিনে চালে। তাই অপৰাধীৰ দৰে থৰ্ লাগি থিয় দি থাকিল।

"আপুনাৰ কি হৈছে? মই অ—থনিৰে পৰা আহি চাই আছে। আপুনি একবাৰ চেয়াৰপৰা নিচাখোৱা মানু' নিচিনা পৰি যাবলৈ আছিলে! আকৌ বিছনাতে বহি বহি থাকিছে। কেলেই? মই মাতিবলৈ ভয় কৰিছে না।"

কন্দৰ্পই থাপ্ মাৰি ধৰাদি চিজেভাৰ হাতখনত ধৰি জোকাৰি দি ক'লে—"ভয়! তহঁতে মোক ভয় কৰ নে মই তহঁতক ভয় কৰোঁ?" তাৰ মাতটো কঁপিছিল। কঁপনি আৰু আৰু উত্তেজনাত কথাবোৰ কিবা এক ধৰণে কৈছিল সি। "মই তহঁতৰ, তোৰ শত্ৰু। নহয় জানো? এই, ক' হয়নে নহয়? মই মৰিলে তহঁত আটায়ে সুখ পাব? তয়ো মোৰ অপকাৰ কৰিবলৈ বিচাৰ? কেলেই? তই সঁচাকে ক চিজেভা, মই তহঁতৰ কি অন্যায় কৰিছোঁ?"

চিজেভাই কন্দৰ্পই বিশেষ সুৰত কোৱা কথাৰ আটাইবোৰ শব্দ নুবুজিলেও কন্দৰ্পৰ যে, কিবা এটা ভীষণ সমস্যাত পৰা বাবে খং উঠিছে, তাই বুজিছে। সমস্যা! খঙ! তাই তাৰ পিনে চাই ৰ'ল মাথোন।...ৰঙা পৰা মুখখনৰ ওপৰেদি বাগৰি আহিল দুধাৰি চকুৰ পানী। অলপ সময় তলমূৰ কৰি থাকি কন্দৰ্পই চিজেভাৰ পিনে চাই তাইৰ অৱস্থাটো দেখি উচপ্ খাই উঠিল। তাই কান্দিছে। হঠাতে তাৰ মনটো বেয়া লাগি গ'ল। অসহায়-ভাৱে সি বিছনাত মূৰটো গুঁজি কান্দিবলৈ ধৰিলে। তাই তাৰ ওচৰতে বহি মূৰটো দাঙি ধৰিলে। সি চিজেভাৰ পিনে চালে। তাই সোঁ-হাতখনৰ পিঠিৰে নিজৰ চকু দুটা মচি গাত লৈ থকা চাদৰ



খনেৰে তাৰ চকু দুটাৰপৰা ওলাই অহা চকুপানীবোৰ মচি দিবলৈ হাতখন আগবঢ়াওঁতেই সি বাওঁহাতখনেৰে তাইৰ হাতখন ঠেলা মাৰি দি আকৌ গাৰুটোত মূৰ গুঁজি ক'লে,—"নালাগে চিজেভা! তই মৰম কৰি দেখুৱাব নালাগে। ফূৰ্ত্তি কৰ। আৰু দুটা দিনৰ পিচত মই তহঁতক এৰি চিৰদিনলৈ গুচি যাম—তহঁতে শান্তি পাবি"।.........

কন্দৰ্পৰ গাতে ভেজা দি তাই বহি পৰিল একো নকৈ; মাত্ৰ ফেঁকুৰি-ফেঁকুৰি কান্দিলে। চকুৰ পানী;—বাৰিষাৰ ঢল। মৰমৰ সাগৰত সন্দেহৰ ঢৌৰ অস্থিৰ কঁপনি।......

সি উঠি বহিল। তাইৰ মূৰটো কোলাত সোমাই ললে। যত্নহীনতাত সিঁচৰিত হৈ পৰি থকা চুলিবোৰৰ মাজেৰে সি আঙুলিকেইটা সোমাই দি থৰ লাগি তাইৰ মূৰটোৰ পিনে চাই থাকিল—বহুতো সময়। তাই হয়তো কান্দি কান্দি ভাগৰি পৰিছে।

হয়, তাৰেই ভুল হৈছে। ভুল কন্দৰ্পৰ। চিজেভাইতো একো দোষ কৰা নাই। মেজৰ, ব্ৰিগেডিয়াৰ, ক'চ্ছা সিহঁতকহে সি কথা শুনাব লাগিছিল! তাইক কথা শুনাই লাভ কি বাৰু? তাৰ যি অৱস্থা তাইৰো সেয়ে। ছিঃ, মিছাকৈ তাইক সি ধমকি দিলে। বৰ বেয়া লাগিল তাৰ।

"চিজেভা—এই চি—জেভা!" কন্দৰ্পৰ লাজ লাগিছিল মাতিবলৈ। তাই নামাতিলে। নাচালেও। তাই তাৰ কৰঙণৰ ওপৰৰপৰা মূৰটো নি বিছনাত থলে। সি তাইৰ বাঁউসীটোত জোকাৰি দিলে। তথাপি তাই নীৰৱ!

"শুনচোন অ' চিজেভা! চাচোন। শুনিছ, মই পৰহিলে হেড্—কো—ৱাৰ্টাৰ যামগৈ। তেতিয়া আৰু তহঁতক দেখা নাপাম। তোক—এৰি যাম।"

হেড্-কোৱাৰ্টাৰৰ নাম শুনি তাই মূৰটো দাঙি তাৰ পিনে চাই

উঠি বহিল। তাইৰ গাল দুখনৰ চকুপানীবোৰ সি মচি দি বৰ মৰম লগাকৈ আকৌ ক'লে—"মই তোক এৰি যামগৈ।" কথাষাৰ শেষ কৰি সি হুমুনিয়াহ এটা কাঢ়িলে।

"নালাগে যাবলৈ তাতে।" বৰ করুণ সুৰত তাই ক'লে। মৰমৰ আব্দাৰত কন্দৰ্পৰ মনটো চঞ্চল হৈ উঠিল। তাইৰ কোলাত মূৰটো থৈ চিজেভাৰ হাতখনৰ এটা আঙুলি সি ওঁঠেৰে চেপি ক'লে—"যদি যাবই নালাগে, তেনেহলে আগতে কোৱা নাছিলি কেলেই ?"

"আৰে মই নাজানে না। মই ভি শুনি থাকিছে হেত্‌— কুৱান্তাৰ বুলিকেনে আছে একটা টু। কিন্তু আপুনাকে নিয়ে না কিয়েই মই নাজানে না। আৰু না তাতে কি থাকিছে কব নুৱাৰে। কিন্তু না মোকে আগতে নুসুধি কেনে কেলেই মিচ্ছাকে খং কৰি থাকিছে। একদম হাৰ্ট্‌লেছ নিচিনা বিহেভিয়াৰ আছে না। মই খুব বেয়া পাইছে!" তাই আকৌ কান্দিলে।

"চিজেভা, তই মোক ক্ষমা কৰিবি। মোৰ মনত বৰ দুখ লাগিছিল যে, তইঁতক মই এৰি যাব লাগিব। অথচ তইঁতে অন্ততঃ তয়ো হেড্‌-কোৱাৰ্টাৰৰ কথা জানিও কোৱা নাই বুলিহে তোকো তেনেকা কৈ পাইছে! তই বেজাৰ নাপাবি দেই!"

সি শান্তভাৱে কোৱা কথাবোৰ তাই সন্তৰ ভালদৰে বুজিছিল। কন্দৰ্পৰ পিনে চাই ক'লে—"নাযাব আপুনি সেই জাগাতে। আপুনি যালে মানে ময়ো যাম।" আন্তৰিকতাপূৰ্ণ কথাষাৰ তাইৰ।

## ( ২১ )

"চৰকাৰী চিপাহীবোৰ সৌ-পিনৰপৰা আমাৰ কেম্পলৈ আহি আছে। আমাৰ কেম্প ভাঙিব লাগিব হবলা।" এজন নগা চি, আই, ডি দৌৰা-দৌৰিকৈ নাৰ্চিং ক্লাছত সোমাল।

"কোন পিনৰপৰা ?"

"চাৰিও পিনৰ পৰা আহি আছে। কোহিমা, চাখাবামা, ভিচুয়েমা চাৰিপিনৰে পৰা আহি আছে।" কথাখিনি কৈয়েই সি ওলাই ততাতৈয়াকৈ গুচি গ'ল। ক্লাছৰ ছোৱালীজাক বহাৰ পৰা উঠি বাহিৰলৈ গৈ জুমি চাবলৈ ধৰিলে। কন্দৰ্পয়ো তাৰ কোঠাটোত সোমাই খিড়িকীখনেৰে চাই পঠিয়ালে। দুই তিনি মাইলমান নিলগৰপৰা গুলীৰ পাতল-পাতল শব্দবোৰ আহি সিহঁতৰ কাণত পৰিছে। সি স্থিৰ হৈ কাণ পাতি শুনিলে।

"ডাক্তৰ! ডাক্তৰ!" এজন মেজৰ শেন অহাদি তাৰ ওচৰত থিয় দিলেহি।

"কেম্প ভাঙিব লাগে। ইণ্ডিয়ান আৰ্মিবোৰে আমাক চেপি আহিছে। কুইক্‌—কুইক্‌। ৰেডি হৈ যাওক।" মেজৰ ওলাই গ'ল। ওচৰৰ বস্তীৰ এজাক মানুহ কেম্পৰপৰা দৌৰি আহিছে। কেম্পটোত উখল-মাখল লাগি পৰিছে। নাৰ্চৰ দলটো আৰু বস্তীৰ মানুহবোৰে কেম্পৰ বস্তুসোপা টোপোলা বান্ধিব ধৰিছে।

কন্দৰ্পৰ বেয়া লগা নাই। সঁচাকৈয়ে বেয়া লগা নাই দেখোন। বৰং তাৰ মনটো বহুত মুকলি মুকলি লাগিছে। তেন্তে? তেন্তে সিহঁত কেম্প এৰি পলাব লাগিব? কিগুয়েমা কেম্প এৰি পাহাৰৰ মাজে মাজে দৌৰি আহি মিমাত নতুন কেম্প পতাদি

আকৌ ক'ৰবাত কেম্প পাতিব লাগিবগৈ ?" আকৌ নতুন কেম্পত বিদ্ৰোহী, গুলীখোৱা, নগা-হ'মগাৰ্ডৰ শৰীৰৰ পৰা গুলী উলিয়াব লাগিবগৈ !

হয়তো নালাগিব। সি আজি মুক্তি পাব। মুক্তিৰ এয়া পূৰ্ব্বলক্ষণ। বাহিৰত এৰি থৈ অহা বিশাল পৃথিৱীৰ বুকুলৈ সি উভতি যাব পৰাৰ এটা মোহনীয় আৱেষ্টনী। সি আজি গুচি যাব পাৰিব। হেড-কোৱাৰ্টাৰলৈ সি আৰু যাব নালাগে! নগা-হ'মগাৰ্ডক সি আৰু দৰব দিব নালাগে। নাৰ্চবোৰক বেণ্ডেজ, চিৰিঞ্জ, ষ্টেৰিলাইজ্ কৰিবলৈ শিকাব নালাগে। পাহাৰৰ ঠেক-পথে আজি তাক লৈ যাব ৰাজপথলৈ, নগৰৰ বুকুলৈ। ভৈয়ামৰ মাজলৈ!……কিন্তু কেনেকৈ ? জাক নগা-হ'মগাৰ্ড, নাৰ্চৰ দল, বস্তীৰ মানুহ আটাইবোৰৰ মাজৰপৰা সি পলাব কেনেকৈ ? নাই সি পাৰিব। সি পাৰিবই !

অ' চিজেভা! চিজেভালৈ সি চালে। জাকৰ মাজত তায়ো ব্যস্ত হৈ পৰিছে বস্তুবোৰ গোটোৱাত। সন্মুখলৈ হালি দিয়াত তাইৰ শকত, বগা কলাফুল দুটা জিলিকি পৰিছে। এই ছোৱালী জাক যেন ছোৱালী নহয়—এজাক শগুণহে। এটা মৰাশৰ ওপৰত বিশৃঙ্খলভাৱে পৰিছে।

ছোৱালীৰ জাকটো, চিজেভা কাকো যেন সি ওচৰত পোৱা নাই। সি যেন আজি এনে অৱস্থাত সিহঁতক প্ৰথম দেখিছে। ইহঁতক সি ইমানদিনে শিকোৱাও নাই। সি তেনেকৈ তাহানিৰ পৰাই ভাবি আছে। অচিনাকি অচিনাকি লাগিছে আটাই-বোৰকে। সি আকৌ তাইলৈ চালে। নাই চিজেভাৰ প্ৰতিও তাৰ মন আকৃষ্ট নহ'ল। তাইক যেন সি বহুত দিন দেখিছে। বহুত দিনৰ দেখাদেখি। মুখেৰে যেন কেৱল মাতি পোৱা নাই। জনা-শুনা বিশেষ নাই। তাই—ওঁহো, তাইৰ ওচৰত সি কন্দা নাই, সি তাইক চুমাও খোৱা নাই। ক'তা তাইতো তাৰ ওচৰলৈ



কোনোদিন অহা নাই। ৰাতিৰ আন্ধাৰত ? নাই—নাই নহয়। তাই যদি তাক মৰমেই কৰে !……

"বাবু, জল্‌দি আহিবা না। ইনিমি আহি আছে।" চিজেভাই দৌৰি আহি তাৰ কামিজটোত খামোচা মাৰি ধৰি ক'লে। সি দেখা সপোন এটা যেন ভাগি গ'ল। বৰ বিস্মিতভাৱে কন্দৰ্প থিয় দি তাইৰ পিনে চাই থাকিল। তায়ো তাৰ পিনে চাই আছে। দুটা দৃষ্টি! তাইৰ মনটো হয়তো উৰা মাৰিছে কোনো এখন নিৰাপদ স্থানৰ অনুসন্ধানত।

কন্দৰ্প স্থিৰ হৈ থকা দেখি তাই জোকাৰি দিলে। "বাবু!" এৰা, সি পলাই যাব লাগে। শত্ৰুৰ হাতৰপৰা পলাই গৈ নিৰাপদ স্থানত থাকিব লাগে। শত্ৰু ? শত্ৰু কোন ? ইমান দিনে কন্দৰ্পই এধানি সুৰুঙা বিচাৰি আছিল পলাই যোৱাৰ,—অকল-শৰীয়া হোৱাৰ। আজিয়েই হয়তো সেই মহালগ্ন। কিন্তু ? কিন্তু কিয় সি তেনেকুৱা কৰিছে ? তাৰ কি হ'ল ? তাইৰ জোকাৰণিত সি আগৰদৰেই থাকিল। তাইৰ পিনে চাই দেখিলে সেয়া চিজেভা। চিজেভা;— তাইৰ কথাকেই কেই মিনিটমান আগতে সি ভাবিছিল। আকৌ সকলোবোৰ ওলট-পালট হৈ গ'ল।

চিজেভা—চিজেভা তাৰ শত্ৰু নহয়। তাই তাৰ হিতৈষী। চিজেভা কন্দৰ্পৰ প্ৰেমিকা, তাৰ বান্ধৱী। চাকিৰ পোহৰ বিচাৰি পোহৰৰ চাৰিওপিনে চগা ঘূৰি ফুৰাদি তাৰ মনটোও চিজেভাক কেন্দ্ৰ কৰি ঘূৰিছে। নাই, কন্দৰ্প পলাই নাযায়। চিজেভাকো যাবলৈ নিদিয়ে। শত্ৰুৰ হাতত মৰণ যদি আছে তেন্তে সি ইয়াতে মৰিব। চিজেভাৰ মৰমী বুকুত মূৰ থৈ কন্দৰ্প মৰিব। গাৰ ওচৰতে অস্থিৰ উত্তেজনাৰে থিয় দি থকা চিজেভাক কন্দৰ্পই সাৱটি ধৰিলে। গালে-মুখে সি চুমা খালে বহুতবাৰ। চিজেভা কিন্তু নিশ্চল নহয়,—ব্যগ্ৰ।

"চিজেভা—আ—হ্—ঐ" বাহিৰৰ পৰা এজনী ছোৱালীয়ে

চিঞ্ঁৰি দিলে। তাই জোৰকৈ তাৰ হাতৰ মাজৰপৰা মুকলি হৈ ক'লে,—"এতিয়া নহয়। আপুনি আহিবি। মোৰে শপত।" তাই ওলাই গ'ল। পিচে পিচে গ'ল সি ;—হাতত সৰু মোনাটো লৈ।

গোটেই জাকটোৱেই দৌৰিছে। পাহাৰৰ উঠা-নমা অঁকোৱা-পঁকোৱা পথ। কাষৰ গছ-গছনিবোৰ পিচ পেলাই দৌৰিছে আটায়ে। কাৰোপিনে কোনেও চোৱা নাই। সময়ো নাই, সুবিধাও নাই। প্ৰাণৰ টনাটনিত সকলো শঙ্কিত। একো একোটা মৰ্টাৰৰ শব্দ যেন বুকু ভেদ কৰি গৈছে আৰু সেয়ে দিছে প্ৰেৰণা—পলাবলৈ, খৰকৈ খোজ পেলাবলৈ।

বহুত দূৰ আগবাঢ়িছে আগৰ মানুহবোৰ। আটাইতকৈ পিচত কন্দৰ্প। তাৰ আগত চিজেভা। তাইক অনুসৰণ কৰি আগবাঢ়িছে সি। তাই দীঘলকৈ খোজ পেলাইছে। ছুটিকৈ খোজ পেলালে সি। লাহে লাহে গৈছে। পাহাৰৰ ভাঁজত আগৰ মানুহবোৰ লুকাই পৰিল। তাই আগবাঢ়িল অন্য বাট এটাই দি। তাই বোধহয় ভাবিছিল সেইবাটেৰেই আগৰ মানুহবোৰ গৈছে। সিও আগ-পিচ নুগুণি তাইৰ পিচে পিচে গৈ আছে।

তাই আকৌ বাট সলালে—অন্য বাট এটাইদি! তাই সেই পথাৰলৈ যোৱা বাটেদি অবিৰাম দৌৰিয়ে আছে। কোনোপিনে চোৱা নাই। কন্দৰ্প যে, তাইৰ পিচে পিচে গৈ আছে, তাইৰ খবৰেই নাই। কিন্তু কন্দৰ্পই আৰু নোৱাৰে।

কন্দৰ্প অৱশ হৈ পৰিছে। আৰু নোৱাৰে দৌৰিবলৈ। "চি-জে-ভা-অ-'-ই"! সি তাইক মাতিবলৈ চেষ্টা কৰিলে ৰিঙ মাৰি। নোৱাৰিলে। শুকাই যোৱা ডিঙিত মাত টান হৈ নোলাল। তাই মাথুন্দীও পাহাৰৰ আঁৰ হৈ পৰিল। উপায় নাই তাৰ।

নোৱাৰে। যাওক—চিজেভা যাওকগৈ। উপায় নাই তাৰ। দৌৰিবলৈ আৰু নোৱাৰে সি। গুলী খালেও, বজ্ৰ পৰিলেও, কোনোবাই ধৰি নি জীয়াই জীয়াই ছাল গুচাই কলা



খাৰ সানিলেও কন্দৰ্পৰ দৌৰাতো আৰু সাধ্যাতীত!……গছ এডালৰ তলত সি পেটত হাত দি ফোঁপাবলৈ ধৰিলে। নাই, থিয় হৈ নোৱাৰি। সি বহি পৰিল। উস্ ৰাম! ব্ৰহ্মাণ্ড ঘূৰিছে!

অটব্য অৰণ্য। দুঘণ্টামান কন্দৰ্প বহিল তাত। বাহিৰত এৰি অহা পোহৰ তাত লেশমানো নাই। আসন্ন সন্ধিয়াৰ ম্লান পোহৰৰ দৰে পাতল আন্ধাৰ। বহাৰপৰা সি থিয় দিলে। অ'-ইউনিফৰ্ম্মটো? সি ইউনিফৰ্ম্মটো খুলি পেলালে। হাতত লৈ যোৱা মোনাটোৰপৰা পেণ্ট্ আৰু চাৰ্ট্ উলিয়াই সি পিন্ধি ললে। সি যেন এটা ভয়ানক সাপৰ মেৰপাকৰ পৰাহে মুকলি হ'ল। লাহে লাহে সি সেই বাটটোৰেদি আগবাঢ়িল, এবাৰ ঘূৰি চালে। সি পেলাই-অহা ইউনিফৰ্ম্মটো এটা বনৰীয়া ভালুক জুপুকা মাৰি থকাদি পৰি আছে। অলপ দূৰ গৈ সি খেতিৰ পথাৰ পালেগৈ। বহুতো নগা মানুহে পথাৰত কাম কৰিছে। সিহঁতে বোধহয় গুলীৰ শব্দ শুনা নাই। সিহঁতৰ সমবেত 'হৈ-হৈ' শব্দটোৱে পথাৰখন মুখৰিত।

ব্যস্ত খেতিয়কৰ দলটো দেখি কন্দৰ্পৰ মনত পৰে ভৈয়ামৰ পথাৰলৈ ;—য'ত এই বাৰিষা পথাৰ ছাটি আছে খেতিয়কৰ দলে। বুকুৰ তেজ পানী কৰি বুঢ়া-বুঢ়ী, ডেকা-গাভৰু সকলো ব্যস্ত খেতিত। ওপৰত চিৰাল ফটা দিয়া ৰ'দ আৰু তলত আঁঠুৰনী বোকা। সেই বোকা—য'ত কলাফুলৰ ওপৰলৈ মেখেলা উজুৰাই মাটিৰামৰ ঘৈণীয়েক মালতীয়ে ভুঁই ৰুইছে, যি বোকাই মালতীৰ বগা কলাফুল দুটা সাৰটি লৈছে, সেই বোকা শুকাই টান মাৰিব। আঁঠুৰনী বোকাত গুঁজি দিয়া কঠীয়াবোৰে সেইজীয়া ৰং লৈ মলয়াত হালি-জালি খেতিয়কৰ প্ৰাণত আনি দিব তৃপ্তি। শ্ৰমৰ পিচত আনন্দ। লাহে-লাহে ঋতু সলনি হ'ব। গ্ৰীষ্মৰ অৱসানৰ পিচত শৰতে ভুমুকি মাৰিবহি। সেৰেঙা বতাহ আৰু পাতল ঠাণ্ডা

সহযাত্ৰী। দুবৰি আৰু সেউজীয়া ধাননিক পিন্ধাব নিয়ৰে মুকুতা। দুৱাৰত ভুমুকি মাৰিবহি কাতি বিহুৱে। কঙালী বিহু!……

……"সোণপাহীয়ে তুলসী গুৰিত দিয়ে এটি চাকি। কাতি বিহু। এখন নৈবেদ্য। ৰৱাব টেঙা, নফলা মাটি মাহ। গোঁসাই ঘৰৰ মুধৰ শেৰালী জোপাৰ পৰা সৰি পৰে শেৱালী ফুল। টুপুক্-টুপুক!"

……"ধাননি পথাৰত নলৰ মূৰত মাটিৰ চাকি দি গলবস্ত্ৰ হৈ কুঁহিৰামে সেৱা কৰে। সগৰ্ভা লখিমী লৰচৰ কৰে। নানাচে। তাৰ অন্তৰৰ পৰা ওলাই আহে এষাৰ কথা,—"আই লখিমী! তুমি নিজগুণে তুষ্ট হোৱা। তোমাক আদৰিবলৈ একোটিকে নাই! তুমি মোৰ ঘৰত আপোন মনে থিত লোৱাহি গোঁসানী।"……

আঘোণমহীয়া পকাধানৰ পথাৰ এখন তাৰ চকুৰ আগত ভাঁহি উঠে। সোণালী ৰঙৰ পকা লাহি ধানবোৰে তাক যেন হাত বাউলি দি মাতে—

"আঘোণৰ পকা ধানে ৰিঙিয়াই মাতে"…….

সঁচাকৈয়ে সেয়া পকাধানৰ ৰিঙিয়নি! কিন্তু তাক ৰিঙিয়াইছে জানো? তাক নহয়—তাক মতা নাই। পকাধানে তাক নামাতে। তাক কোনে মাতে বাৰু? মনটো হঠাতে তাৰ চঞ্চল হৈ উঠে।

## (২২)

লাহে লাহে কেইখোজমান গৈ থমকি ৰ'ল কন্দৰ্প। গুলীৰ শব্দ নেকি? সেয়া—সেয়া কিহৰ শব্দ? অ' হাবিত কোনোবাই খৰি ফালিছে। পাহাৰৰ অৰণ্যৰ মাজৰপৰা গছত মৰা কুঠাৰৰ ঘাপ্ গুড়ুং গুড়ুংকৈ তাৰ কাণত পৰিছেহি। গুলীৰ শব্দৰ নিচিনা লাগে। বেলি লাহে লাহে পছিমৰ পিনে নামি গৈছে। কন্দৰ্পৰ মনত পৰিছে সহযাত্ৰী (?) সকললৈ। সিহঁত চাগে' তেতিয়ামানে কোনোবা নিৰাপদ স্থান পাইছেগৈ। দলটোত চিজেভা আৰু কন্দৰ্প নাই। অ' হয় চিজেভা! এইজনী ক'তনো লুকাল বাৰু? থিয় দিলে সি। তাইক কোনোবা পিনে দেখে বুলি এবাৰ ঘূৰি চালে। নাই। বনলক্ষ্মীৰ দৰে তাই ক'ৰবাত লুকাই পৰিল।

কন্দৰ্প আজি অকলশৰীয়া। লগত কোনো নাই। নিৰ্জ্জন পাহাৰৰ মাজত অকলশৰীয়া হ'বলৈ মানে পলাবলৈ সি বিদ্ৰোহী দলৰ কেম্পত কিমান কল্পনা কৰিছিল, অথচ সেই কল্পনাৰ সাৰ্থকতাত আজি সি নিজেই বৰ সন্তুষ্ট হ'ব পৰা নাই। এই অগাধ অৰণ্যখন অতিক্ৰম কৰিব সি। তাৰ পিচতহে বস্তী।

এই অৰণ্যখনতো নিৰাপদ নহয়। হাবিৰপৰা ওলাই আহিব পাৰে বাঘ, গছৰ ডালত মেৰ খাই থকাৰপৰা জিভাখন মেলি নামি আহিব পাৰে পাহাৰী-সাপ। আৰু ভূত? সিৰ্ সিৰাই গ'ল কন্দৰ্পৰ গাটো। চাৰিওপিনে চাই আকৌ খোজ চলালে। বিদ্ৰোহী নগাবোৰ ইয়াতো লুকাই থাকিব পাৰে। তাৰ বিপৰীত পিনৰপৰা ভাৰতীয় সৈনিকৰ দল আহিবও পাৰে। অটব্য অৰণ্যৰ মাজত তাক গুলী কৰিবও পাৰে! বিপদ—কেউপিনে বিপদ। চিন্তাৰ অক্ষয় সোঁতক জোৰ কৰি ভেটা দি

সি আগবাঢ়ে। ৰিণি-ৰিণি তাৰ চকুত পৰে জখমা বস্তী। কিন্তু! কিন্তু সৌজন কোন? তাৰ বিপৰীত পিনৰপৰা যে আহি আছে?

বুকুখন দ্ৰুতগতিত স্পন্দিত হৈ উঠিল। হাতত থকা মোনাখন জোৰেৰে খামোচ মাৰি ধৰিলে সি। কঁকালৰ পেণ্টটো এক ইঞ্চিমান তললৈ নামি গ'ল। কন্দৰ্পৰ হাত-ভৰিবোৰ যেন হঠাতে অসাৰ হৈ পৰিল। লগে লগে কপালত দেখা দিলে কেচা ঘাম আৰু সৰ্ব্বশৰীৰ ব্যাপি অসম্ভৱ কঁপনি। মানুহজন বনৰীয়া গাহৰিটোৰ দৰে কোঁ-কোঁকৈ তাৰ কাষ পালেহিয়েই। সি এটা নগা দেখোন। হায় ভগৱান! ইমান দিনে শত্ৰুৰ মাজত সুখে-দুখে থাকি আহিলো। এই মুহূৰ্ত্তত আৰু আধাঘণ্টা খোজ কাঢ়িলে নিৰাপদ স্থান পোৱা অৱস্থাত তুমি মোৰ বিপদ চপালা। আৰু ৰক্ষা নাই!"" কন্দৰ্পই মনতে ভাবিলে। পৃথিৱীখন, সি থিয় দি থকা মাটিখিনি যেন তললৈ বহি গৈছে।

"ডাক্তৰ বা-বু। আৰে আপুনি! মানুহজনে বৰ আচৰিত ভাৱেৰে চিনাকি সুৰত মাতিলে! সি কন্দৰ্পৰ মুখলৈ চাই আছে।

কন্দৰ্পই সাহসেৰে তাক ক'লে,—"সৌপিনে চিপাহী বহুত যোৱা দেখি পলাই আহিছোঁ।" সি মানুহজনক চিনো চিনো কৰিছে। কিন্তু বিদ্ৰোহী দলৰ কেম্পত নে ভিচুয়েমাত?

"মোক চিনি পোৱা নাই? মই জখমা বস্তীতে থাকে নহয়। আপুনি ভিচুয়েমা বস্তীতে থাকোতে মই দাৱাই আনিছিলো। আৰু আপোনাকে গেংষ্টাৰ ধৰি নিয়াৰ পৰা আমাৰ মানু'খান দাৱাই নিমিত্তে খুব কষ্ট পাইছে। কহিমা যাবলৈ কষ্ট আছে। ইচ্, আপুনি আহিলে। আচ্ছা, মোৰ লগতে আহিব পাৰে। বস্তীতে নিব।" সি ঘূৰিলে।

কন্দৰ্পৰ মানুহজনৰ কথা মনত পৰিল। সি বিশেষ কথা নকৈ মানুহজনৰ পিচে পিচে গ'ল। বুকুত হাত দি সি নিজে নিজক সান্ত্বনা দিলে। নামাৰিলা প্ৰভু মোক!



জখমা বস্তীৰ মানুহজনৰ ঘৰ পাওঁতে সন্ধিয়া হ'লহি। সাজ লাগিও ভাগিছে। চোতালত থিয় দি কন্দৰ্পই শান্তিৰ নিশ্বাস পেলালে। মানুহজনে চাবি এটা আনিবলৈ ভিতৰ সোমাল।

"...এনে সময়ত প্ৰত্যেক ঘৰ মানুহেই ব্যস্ত হৈ পৰে। পথাৰৰ গৰুবোৰ ঘৰ চাপে। গোহালিত গৰু-গাই বান্ধিবলৈ এজন সোমায়। নাতি-নাতিনীয়েকহঁতে পেন্‌পেনাই থাকে। সিহঁতে ভাত খাই শুব। মাকে আউল মাৰিব নোৱাৰি চাউলৰ খৰাহি আৰু শাকৰ চালনীখন লৈ বাৰীৰ খাল পায়গৈ—বকি বকি। আইতাকে সহিব নোৱাৰি ডুপৰীয়াৰ ভাত কেইটামান কল সানি সিহঁতৰ আগত ধৰে। ঘৰৰ মানুহজন তেতিয়াও ক'ৰবাৰ-পৰা ঘৰ সোমোৱাহি নাই। আৰু ইপিনে ৰূপেইচৰী? ডুপৰীয়া পানী আনিবলৈ যাওঁতে লগ পাই আহিছে মহীৰামক। ম'হ হালক গা-ধুৱাই পানী খুৱাবৰ চলে সদায় সি আহে তাইক লগ ধৰিবলৈ। আজি ডুপৰীয়া সিহঁতৰ পকা বন্দোবস্ত। পাতল আন্ধাৰৰ সকলো কামে-কাজে ব্যস্ত হৈ পৰাৰ সুযোগতে ৰূপেইচৰী মহীৰামৰ ঘৰৰ আওঢেলীয়াত থিয়া-থি কৰেগৈ। কাষলতিৰ তলত তাইৰ পিন্ধা মেখেলা আৰু আগুৰাণ কেইখন।...

মানুহজন হাতত চাকি এটা লৈ বাহিৰলৈ ওলাই আহি কন্দৰ্পক ভিতৰ সোমাই নিলে। তাঁৰ ডালত ওলমি থকা নগা কাপোৰ এখন তাৰ হাতত দি মানুহজনে ক'লে—"আপুনি এইখন পিন্ধিব। পেণ্ট পিন্ধি থাকিব নালাগে। আজিকালি বস্তীৰ মানু'বোৰ একদম বেয়া হৈ গৈছে। বিশ্বাচ কৰিবলৈ টান। আপুনি পুৱাতে ভিচুয়েমা যাব হবলা?"

কন্দৰ্পই মূৰ দুপিয়াই শলাগিলে। সিও ভাল পালে। খুব ভাগৰত অস্থিৰ হৈ পৰিছিল কন্দৰ্প। টোপনিৰ জালত সি কি খালে, কি নাখালে ক'বই নোৱাৰিলে। কোনোমতে শুই পৰিল।

এটা নিজৰা। কন্দৰ্পই সপোন এটা দেখি সাৰ পালে। সপোনটো দেখি যি টোপনি ভাঙিল আৰু তাৰ টোপনি নাহিল। তাৰ সপোনটো আকৌ মনত পৰিল। পাহাৰী নিজৰাটোৰ স্বচ্ছ পানী ধাৰাত ভৰি ডুখন দি বহি আছে সি। ওচৰত কোনো নাই। চাৰিওপিনে অটব্য অৰণ্য। ওচৰত কিছুমান ফুলি থকা ফুল। মল্‌মলীয়া এটা গোন্ধ। অলপ দূৰৈত কোনোবাই গীত গাইছে। হাবিৰ মাজত গীত? কোনে গাইছে সি দেখা নাই। সুৰটোহে তাৰ কাণত পৰিছে। "লৰা বুঢ়া কাক কয় ডালিমী নু-বুজে তাক···" সি হাঁহি পেলালে। চিজেভাই আকৌ অসমীয়া গীত শিকিলে কেতিয়া? "মই ডালিমী, মই ডালিমী।" নাগিনী ছোৱালী এজনী হাবিৰ মাজৰপৰা তাৰ পিনে দৌৰি আহিল। সেউজীয়া হাবিৰ মাজত বগা গাভৰু ছোৱালীজনী এটা বিজুলী যেনহে লাগিল। সেইজনীচোন চিজেভা নহয়। কোন বাৰু? তাইৰ কণ্ঠত তেতিয়া গীতৰ ৰেশ নাই। আছে এটা বীভৎস কণ্ঠস্বৰ। "মই ডালিমী, মই ডালিমী।" সি তলকিব নৌ পাওঁতেই ছোৱালীজনীয়ে তাৰ ওচৰত আঁঠুকাঢ়ি বহি কন্দৰ্পৰ পিনে টেলেকা চকুৰে চাই মুখখন ভেঙুচাই ক'লে,—"পলৰীয়া, পলাই আহিলি? লাজ নালাগে? ডালিমীৰ নাতি-পুতিহঁতক কেলেই ঠগিলি?" কথাখিনি শেষ কৰি ছোৱালীজনীয়ে বিকট হাঁহি এটা মৰাৰ লগে লগে কন্দৰ্পক হেড্-কোৱাৰ্টাৰলৈ লৈ যাবলৈ খোজা ব্ৰিগেডিয়াৰজন হৈ পৰিল। তাৰ এহাতে এডাল নগা-যাঠী আৰু অনাহাতে এটা মানুহৰ মূৰ। মূৰটোৰপৰা টপ্ টপ্‌কৈ তেজ পৰি আছে। সি এটা কুৎচ হাঁহি মাৰি তাৰ যাঠী ডাল কন্দৰ্পৰ পিনে টোঁৱালে। সি ভয়ত চিঞৰি উঠিল। সাৰ পাই কন্দৰ্প উঠি বহিল। সিটো ঘৰত ৰাতিপুৱাৰ পোহৰত বাহিৰ ওলাবলৈ নোপোৱা কুকুৰাৰ জাকটোৱে কক্-ককাই আছে।

( ২৩ )

ৰাতি পিন্ধা কাপোৰখনেৰেই সি জখমা এৰিবলৈ ওলাল। গাত ল'বলৈ মানুহজনে দিলে এখন ৰঙা কম্বল। এই ৰঙা কম্বল-বোৰ সাধাৰণতে অফিচৰ চাপ্ৰাছী, দোভাষীবোৰে লয়। কম্বলৰ তলত তাৰ চিৰলগৰীয়া মোনাখন। আগে আগে ৰাতি তাক আশ্ৰয় দিয়া মানুহজন আৰু বস্তীৰ ডুজন মানুহ। পিচে পিচে সি। এইবাৰ যাত্ৰা ভিচুয়েমালৈ। ভিচুয়েমা—ভিচুয়েমা।···

"···দীঘলকৈ উকি এটা মাৰি ৰেলখন আকৌ চলিল। ···আৰু কিমান দূৰ? ···ধৰমতুলৰ দলংখন নাপাবগৈয়ে নেকি? কিমান দূৰ? আৰু কিমান দূৰ? ৰেলখন চলাৰ শব্দটোৰ লগত তাল মিলাবলৈ সি সৰু ল'ৰাৰ দৰে আওঁৰালে,—

"কপিলীৰ দলং কেতিয়া পামগৈ,
কপিলীৰ দলং কেতিয়া পামগৈ···"

গুৱাহাটীমুৱা ৰেলখনত উঠি ৰূপাইৰ চিন্তা কপিলী দেখাৰ। আৰু নগা পাহাৰৰ ভাঁজে ভাঁজে ঘূৰি কন্দৰ্পৰ চিন্তা ভিচুয়েমা পোৱাৰ।

নিকুলা? নিকুলাই এতিয়া কি কৰিছে বাৰু? কন্দৰ্পই ভাবি ভাবি আগবাঢ়িছে। মূৰত হোৰোটো লৈ তাই চাগে' এতিয়া ওচৰৰ হাবিলৈ খৰি বিচাৰি গৈছে। পাহাৰী গছৰ শুকাই সৰি পৰা ছালবোৰ তাই বুটলি বুটলি হোৰাটোলৈ মূৰৰ ওপৰেদি দলি মাৰি অকণমানি ছোৱালীজনীৰ দৰে দেও দি দি ফুৰিছে চাগে'।

নহলে নিকুলাই এতিয়া চাগে' ভাত ৰান্ধিছে। ভাতৰ ডেগ্‌টো চৌকাত তুলি দি বাহিৰত কচু শাক কাটি থাকোঁতে শুকান খৰিৰ জুইকুৰা দপ্-দপ্‌কৈ জ্বলি নুমাই গৈছে। আঙঠাও ছাই হৈ গৈছে।

জুইকুৰা পুনৰ তুলিবলৈ ফুৰাই ফুৰাই তাইৰ গাল-মুখ ৰঙা পৰি গৈছে। জুইকুৰা কোনোমতে জ্বলাই দি চকু দুটা মোহাৰি মোহাৰি তাই বাহিৰত আহি তভক্ মাৰি থিয় দিছে। সৰু ভায়েকটোৰে চাগে' আজিও সৰু-সৰু মুৰ্গী-পোৱালী জাকৰ পিচে পিচে দৌৰি ধেমালি কৰি ফুৰিছে।

"বাবু, আপুনি যাব ইতিয়া। ভিচুয়েমা বস্তী পালে আহি। আমি ইয়াত পৰাই ঘূৰিব।" "অ' ভিচুয়েমা পালোঁহিয়েই। হয়, সৌৱা ঘৰবোৰ।"

"আপোনালোক নাযাব নেকি ?"

"নাই আৰু ভয় কৰিবলৈ একো কাৰণ নাই। আমি নাযাব।"

কন্দৰ্পই সন্মতি জনালে—"বাৰু"।

"আচ্ছা বাবু, চালাম! যাব দেই।" আটাইকেজনে ক'লে। কন্দৰ্পই শ্ৰদ্ধাৰে মূৰ দোঁৱালে।

বান্ধনি বেলি মূৰত লৈ কন্দৰ্প ভিচুয়েমা বস্তীৰ ৰুজুলেৰ ঘৰ সোমালগৈ। তেওঁ ঘৰতে আছিল। জীয়া-যমৰ হাতৰ পৰা একো ক্ষতি-খুন নোহোৱাকৈ ঘূৰি যাব পৰা দেখি ৰুজুলে বৰ ৰং পালে আৰু আথে-বেথে বহিবলৈ দিলে।

"মই হলে আপুনি ঘূৰি আহিব বুলি একদম বিশ্বাস কৰা নাছিলো ডাক্তৰ!" চাহৰ মগ্‌টো তাৰ হাতত তুলি দি ৰুজুলে ক'লে।

"আপোনালোকৰ মৰমৰ কথা মই পাহৰা নাই। আৰু সেই মৰমৰ কথা ভাবিয়েই মই আকৌ ইয়ালৈ আহিবলৈ পাৰিলোঁ।" এটা অভূতপূৰ্ব্ব আনন্দই কন্দৰ্পৰ মনটো থৌকি-বাথৌ লগাইছিল। সি হাঁহি হাঁহি ক'লে।

ওচৰতে মান চাদাৰ মিৰ্‌চাৰ্ টানি থকা মানুহ এজনক ভিকেছাক মাতিবলৈ পঠিয়াই ৰুজুলে ক'লে,—"বৰ অশান্তি আৰু অসুবিধা হৈছে বস্তীবোৰত। আপুনি যোৱাৰ পিচত কেউপিনে



গণ্ডগোল, গুলীয়া-গুলী আৰু মাৰা মাৰি। একেবাৰে বদলি গৈছে বুজিছে? সেইবোৰ পিচত কম বাৰু। আপুনিনো কম কষ্টৰ মাজেৰে আহি পালেনে?" কন্দৰ্পই ৰুজুলেৰ চকুলৈ চাই হাঁহিলে। একো নামাতিলে।

"আৰে ডাক্তৰ বাবু! আপুনি আহিলে! গুড্-হেভেন! বৰ ভাল হ'ল। ইচ্! আমি বৰ চিন্তা কৰি আছিলো আপোনাক। ভালে আছে নহয়? ভিকেছাই কৌবাৰ্ক্বিকৈ আহি কন্দৰ্পক সাবটি ধৰিলে।

"কি কম আপোনাক ইপিনৰ কথা।" কন্দৰ্পই ইমান দিনে ক'ত কেনেকৈ থাকিল থূলমূলকৈ কোৱাৰ পিছত ভিকেছাই আৰম্ভ কৰিলে—"আজি ইমান দিনে কহিমা, ইম্ফল, মণিপুৰ ৰাস্তাত গাড়ীৰ চলাচল নাই। কহিমা টাউনতে তিনি চাৰিদিন ধৰি ফায়াৰিং চলিল। ওচৰৰ নগা আৰু নেপালীবোৰ ক'ত আছে, কি কৰিছে, খবৰেই নাই। কোনো মানুহ ইয়াৰপৰা কহিমালৈ যাব পৰা নাই। কহিমাৰ নিচিনা ঠাইতে যদি এনেকুৱা হয়, চাওকচোন আন ঠাইৰ অৱস্থা। কিযে, হব কবই পাৰা নাই। সিদিনা অসম ৰাইফলৰ চিনাকি চিপাহী এজনকে লগ পাই কহিমাৰ খবৰ সোধাত কলে বোলে তাৰ মানুহবোৰৰ অৱস্থা বস্তীৰবোৰৰ নিচিনাই। ডি, চিৰ অফিচ, এচ, পিৰ অফিচত গোটেই মানুহবোৰ, হাকিম-চাহাববোৰ ৰাতি ৰাতি শোৱেগৈ। দিনত কোনোমতে ঘৰলৈ যায়। খোৱা-মেলা অসুবিধা, মনত অশান্তি। আমাৰ বস্তীৰ ওচৰতো অসম ৰাইফলৰ কিছুমান চিপাহীয়ে কেম্প্ পাতি আছেহি। আহক, এপাক ফুৰি আহোগৈ। বস্তীখনো চাই আহিব। ইম্ফলৰ পৰা গাড়ী অহা-যোৱা কৰিলেহে আপুনি যাব পাৰিব। কি কয়?"

কন্দৰ্পই একো উত্তৰ নিদিয়া দেখি ভিকেছাই কলে,—"নে আপুনি আজিয়ে যাব? কি যে মানুহ আপুনি! আইকচোন,

ভিচুয়েমাৰ মাজেদি এপাক মাৰি আহিব। আগৰ ভিচুয়েমা নাই। আপুনি খোজ কাঢ়ি যাব নেকি কহিমালৈ? এবাৰ নিলে ঘৰৰ পৰাই। এইবাৰ কহিমালৈ খোজকাঢ়ি আহক—গম পাব। হাঁহি হাঁহি ভিকেছাই আকৌ ক'লে,—"চিন্তা কৰিবৰ নো কিটো আছে? আমাৰ ঘৰে আপুনাৰ ঘৰ নহয় নেকি? আহক। অ' আপুনাৰ চিঠি এখন আপুনি যোৱাৰ পিচদিনাই আহি পৰি আছে।" দুয়ো কথা কৈ কৈ ওলাই গ'ল।

(২৪)

সন্ধিয়া পথাৰৰপৰা ৰুজুলে আহি কন্দৰ্পৰ ওচৰতে বহি ক'লে,—"এটা কথা দেই ডাক্তৰ বাবু। আপুনি সদায়ে ঘৰত সোমাই থকাটো বৰ ভাল নহয়। সিহঁতেতো আপোনাক সুবিধা পালে আকৌ ধৰি লৈ যাব। গতিকে আপুনি যদি আমাৰ লগত পথাৰলৈ অহা-যোৱা কৰে, তেন্তে সিহঁতে ভাবিবলৈ বা সন্দেহ কৰিবলৈ বেচি সুবিধা নাপাব। অকলে ঘৰত থকাতকৈ বাহিৰ ওলাই থাকিলে আপোনাৰে মনটো ভাল লাগিব; তাতে আপুনি কেতিয়া কহিমা যাব পাৰে ঠিক্‌তো নাই একো। আপুনি পথাৰত গৈ একো টান কাম কৰিব নালাগে। বেয়া হব নে?"

"কেলেই বেয়া পাম? ভালহে"—কন্দৰ্পই ক'লে। ৰাতিপুৱা ৰুজুলে কন্দৰ্পক ক'লা কাপোৰ এখন দিলে। কাপোৰখন প্ৰায় দুহাত দীঘল। এবেগেত বহল। কাপোৰখন বোলাতকৈ টুকুৰাহে বুলিব পাৰি। কাপোৰ টুকুৰাৰ ইমূৰৰপৰা সিমূৰলৈ মাজে মাজে এশাৰী অকণি অকণি কঁড়ি গাঁঠি দিয়া। বস্তীৰ নগাবোৰে সাধাৰণতে এনেবিধৰ কাপোৰ পিন্ধে। অৱশ্যে মতাবোৰে। হাফ্‌পেন্ট, লংপেন্টৰো চলন্তি আছে। অনভ্যাসৰ বাবে কন্দৰ্পৰ লাজ লাগিছিল পিন্ধিবলৈ। কৰঙনৰপৰা ভৰিৰ তলছোৱা উদং পৰিল। খুলি খুলিও পৰে। কঁকালত নাথাকে। পেণ্টত লগোৱা বেণ্ট্‌ডাল খুলি আনি কঁকালে-কাপোৰে বান্ধি ললে। কামিজটো খহাই এটা মলিয়ন গেঞ্জী পিন্ধি ললে। নগা জাপিটো ল'বলৈ কন্দৰ্পৰ বিষম লাজ লাগিল। এই জাপিবোৰ মুৰত নলয়। সাদৃশ্যৰ পিনৰপৰাও নগা জাপি আৰুভৈয়ামৰ জাপিৰ একো নাই। এই জাপিবোৰ বেত সুঁতিয়াই কিবা এক ৰকমে গাঁঠি দি টকৌৰ পাতবোৰ খিলা-খিলাকৈ কাটি তাতে সুমুৱাই দিয়ে। এই গোটেই জাপিটো দীঘলে প্ৰায় দেড় হাত মান। ওপৰৰ মূৰটো ডিঙিত বান্ধি পিঠিৰ পিনে ঢাকি লোৱাটোৱেই এই জাপি লোৱাৰ

নিয়ম। আকৌ দৰ্কাৰ হলে পিঠিৰপৰা খুলি মেপ নুৰিওৱাদি নুৰিয়াই লৈ যাবও পাৰি। পিঠিৰ পিনে এই জাপিটো ওলোমাই লোৱাৰ কাৰণ হ'ল এয়ে যে, নগা চহাবোৰে পাহাৰৰ এঢলীয়াত কোৰেৰে মাটি চহাই খেতি কৰে। ছুটি নালৰ কোৰখনেৰে মাটি চহাওঁতে মানুহজন হালি যাবলগীয়াত পৰে। ফলত পিঠিটো মূৰতকৈও ওপৰত হয়গৈ। ৰ'দ-বৰষুণৰপৰা পিঠিখন ৰক্ষা কৰিবলৈ এই জাপি অৰ্থাৎ কেনিঅ'বোৰ (আঙ্গামী কথাত) এনেদৰে সজোৱা।

কেটেলা পহুটোৰ নিচিনা হ'ল কন্দৰ্পক পিচ পিনৰপৰা দেখিবলৈ। হাতত নগা দা এখন লৈ সি গুজুং গুজুংকৈ পথাৰলৈ আগবাঢ়িল।

পথাৰ পায়েই নগা ৰাইজ ব্যস্ত হৈ পৰে। একান্ত মনে খেতিৰ মাটিত সকলোৱে শাৰী পাতি কে'জ্জু (কোৰ) মাৰি যায়। মুখেৰে হৈ হৈ, শব্দ এটাৰে সিহঁতে শৰীৰলৈ উদ্যম আনে। অবিৰামভাৱে সিহঁতে কাম কৰি যায়।

কিন্তু কন্দৰ্প? সি দা-খন হাতত লৈ নকৈ গজি অহা ধানবোৰৰ মাজত বহি বনবোৰ চিকুটি চিকুটি কিবা ভাবি থাকে। কেতিয়াবা দা-খনেৰে ওখ ওখ বনবোৰ কাটে। কামতকৈ সি বেছিকৈ জিৰণি লয়। তাৰ ওচৰৰপৰা মানুহবোৰ কাম কৰি কৰি আগবাঢ়ে। সি তলমূৰ কৰি কিবা কিবি ভাবি বহি থাকে।

"কি ভাবিছে অ' বাবু?" কোনোবা পিনৰপৰা নিকুলা আহি গাত ঠেলা মাৰি তাৰ ওচৰতে থিয় দিলে। সি অন্যমনস্কভাৱে তাইৰ চকুলৈ চায়। কি ভাবিছে? কি ভাবিছে সি নিজেই ক'ব নোৱাৰে। সাগৰৰ বুকুৰ ঢৌ কোনে লিখি শেষ কৰে—? কি ভাবিছে? জুৰিৰ পাৰত বহি চিন্তমগ্ন গদাৰ ক'লা পৰা মুখখন দেখি ডালিমীয়ে অস্থিৰভাৱে গদাক সুধিছিল।—"কেচাসোণ, তুমি এনেকৈ মন মাৰি থাকিলে মোৰ খু-উ—ব বেয়া লাগে জানা?"

ছুদিন আগতে বিদ্ৰোহী নগাৰ কেম্পত চিজেভাৰো সেয়ে প্ৰশ্ন— কি ভাবিছে অ' বাবু?। ভিচুয়েমাৰ পথাৰতো তাৰে প্ৰতিধ্বনি। "কি ভাবিছে অ' বাবু"! স্থান আৰু কালৰ ইমান প্ৰভেদ অথচ একেটা প্ৰশ্ন! হিয়াৰ প্ৰশ্ন; আৱেগৰ প্ৰশ্ন। নিকুলাক উত্তৰ দিবলৈ তাৰচোন একোৱে নাই। আছে। সি বিচাৰি নাপায়। তাৰ দুৰ্ব্বলতাবোৰৰ বাবে সি নিজেই লাজ পায়। তাৰ পুৰুষত্বক লাজ দিবলৈ, ধিক্কাৰ দিবলৈ মন যায়। সি মৌনভাৱে ৰহি থাকে। "হুঁ"। মুখেৰে শব্দ এটা কৰি তাই লাহে লাহে আঁতৰি যায়। তাই যোৱাৰ পিনে চাই চাই সি ভাৱে নিকুলাক ধৰি আনি তাৰ ওচৰত বহুৱাই মৰম কৰি, মনৰ কথাবোৰ কৈ তাইক বুজনি দিব— সি কি ভাৱিছে? কিন্তু নোৱাৰে। তেনেকুৱা কৰিবলৈ তাৰ যেন একো অধিকাৰ নাই। বহুত মানুহে যেন তাক বেৰি ধৰি আছে—সি নিকুলাক কি ব্যৱহাৰ কৰে চাবলৈ;—চিজেভা—বন্দনা—আৰু বহুতো। সি চিনি নাপায়। মুখবোৰ দেখিছে।

গাঁৱৰ মানুহবোৰ কিবা যন্ত্ৰৰ দৰে হৈ পৰিছে। কাৰো মুখত সেই আগৰ আনন্দ, হাঁহিৰ অফুৰন্ত উৎস নাই। খেতিৰ পথাৰত আগৰ দৰে হাঁহিৰ খলকনি নাই। ইটোৱে সিটোক জোকাই গোৱা জোৰা গীতৰ সুৰ নাই। বস্তীৰ মাজেৰে চিনাকি মানুহ গলে, "বাবু ঐ! মধু খাওঁ আহা, আমাৰ গাভৰুৱে বাতি ভৰাই মধু দিব, বহি বহি খাবা" বুলি গীত নাগায়। এটা অস্বস্তিকৰ অৱস্থা। দিন-ৰাতিবোৰৰ পাৰ্থক্য যেন একোৱেই নাই। আটাইবোৰেই যযাতি।

ৰাতিপুৱাতে ভিকেছা আহিছিল। তেখেতে কৈ গৈছে যে, চাৰি আগষ্টৰ দিনা ইম্ফলৰপৰা গাড়ী আহিব। কন্দৰ্প কোহিমালৈ যাব পাৰিব।

চাৰি আগষ্ট;—চাৰি আগষ্ট! চাৰি আগষ্টলৈ আৰু তিনি দিন বাকী। এটা কথা তাৰ বাৰে বাৰে মনত পৰিছে। এবাৰ হেড্ কোৱাৰ্টাৰলৈ যাবলৈ দিন গণি থাকোঁতে পালেহি ভিচুয়েমা। আৰু এইবাৰ? সেইবোৰ মনত নেপেলাবলৈ চেষ্টা কৰে সি।

## ( ২৫ )

ভিকেছা আৰু ভিছেটুৰ পিচে পিচে গৈ আছে কন্দৰ্প। তাৰ পিচে পিচে নিকুলা। কন্দৰ্প আজি গুচি যাব ভিচুয়েমাৰপৰা। সি আগবাঢ়িছে নিশ্চলভাৱে। তাৰ যেন কিবা হৈছে। তাৰ প্ৰাণৰ শক্তি সি যেন হেৰুৱাই পেলাইছে। তাৰ মনত নাই আনন্দ, নাই হাঁহি। এটা বিক্ষোভ, এটা দাহত তাৰ বুকুখন ভৰি পৰিছে। সৰু পথটোৰে সি আগবাঢ়ে ৰাজপথলৈ। যিমানেই সি আগবাঢ়িছে সিমানেই তাৰ মনটো বেদনাত ভাৰাক্ৰান্ত হৈ পৰিছে। হঠাৎ নিকুলাই এটা হুমুনিয়াহ কাঢ়িলে পিচপিনৰপৰা। সি চকুখাই পিচপিনে চালে। তাই চকুৰ পানীবোৰ মোহাৰি মোহাৰি জুপুক্ জুপুক্কৈ আহি আছে।

……বহুত দিনৰ মূৰত কন্দৰ্পই নিকুলাক তাৰ ওচৰতে পাইছিল বহুত সময়ৰ বাবে। পুৰণি কথাবোৰ মনত পেলাই পেলাই তাই তাক বহুত কথাই কৈছিল। ভিচুয়েমাৰ ডাক্তৰখানাত থাকোঁতে সি তাইক মৰম কৰাৰ কথা, তাই তাক ভাত ৰান্ধি দিয়াৰ কথা, বস্তীৰ বাটে বাটে দুয়ো ঘূৰি ফুৰাৰ কথা। কিমান হাঁহি—কিমান ৰগৰ! কিমান ধেমালি! সি কিয় পাহৰি গ'ল? তাই কৈ কৈ উচুপি উচুপি কান্দিছিল। কন্দৰ্প এটা শীলৰ মূৰ্ত্তিৰদৰে বহি তাইৰ মুখৰ পিনে থৰ লাগি চাই ৰ'ল। মনটোত গুজৰি-গুমৰি আছে বহুতো কথা। অৱশেষত তাই তাক কৈছিল,—"ময়ো যাব আপোনাৰ লগত।" সি যেন সম্বিত ফিৰাই পালে। আকৌ প্ৰৱঞ্চনা! আকৌ এজনী গাভৰুৰ ওচৰত ভণ্ডামিৰ পোহাৰ মেলিলে সি। "মই আকৌ আহিম ইয়ালৈ, তেতিয়া আহিলে তোমাক বিয়া কৰি লৈ যাম।" কন্দৰ্পই কথাষাৰ ক'বলৈ অলপো লাজ নাপালে। কথাষাৰে তাৰ মনত অলপো প্ৰতিক্ৰিয়া নকৰিলে। তাৰ কথাষাৰত পতিয়ন নগৈ তাই আকৌ কৈছিল—"আপুনি নাথাকিলে মই ইয়াত অকলে নাথাকে। যদি মোকে লৈ নাযায়, মোক ভাল পাইছিল কেলে?"



নিকুলা;—পাহাৰী গাভৰু তাই! ভৈয়ামৰ বা নোপোৱা ছোৱালী। ভৈয়ামৰ কথা নাজানে। ভৈয়ামৰ সমাজক তাই চিনি নাপায়। কুটিল সমাজ তাই নাজানে। জানে আবেগ, বুজি পায় অনুভূতি। কিন্তু কন্দৰ্পই আবেগ-অনুভূতিবোৰ বুজিও নিকুলাক দিলে জীয়া ফাঁকি, প্ৰৱঞ্চনা। দেউতাকৰপৰা পোৱা চিঠিখন—য'ত লিখা আছে তাৰ বিয়াৰ কথা, সেইবোৰ সি প্ৰকাশ নকৰিলে। নিলাজৰ দৰে দিলে ফাঁকি। কোনোবা বন্দনাৰ সৈতে তাৰ বিয়া হ'ব। সি চিনি নোপোৱা বন্দনাক সি বিয়া কৰাব। অথচ নিকুলা তাৰ যৌবনৰ প্ৰথমা নাৰী! কন্দৰ্প জানো সমাজ সেৰুৱা? সমাজক সি ভয় কৰে? সিটো বুজি পায় সেই সমাজৰ বৰমূৰীয়াসকলৰ কথা। সি জানে ফেঁটী-সাপবোৰৰ কথা। সি যদি সমাজ নেওচি, মাক-বাপেকৰ কথাক আওকাণ কৰি নিকুলাক বিয়া কৰি লৈ যায় তেন্তে তাক সমাজচ্যুত কৰিব। সেই সমাজত থকা আৰু নথকা একেই কথা। অথচ সেইখন সমাজকে সি কৰে ভয়। সেই সমাজৰ নামতেই সি তাইক গ্ৰহণ কৰিব নোৱাৰে।

নিৰৰ্থক। তেনেই অৰ্থহীন। প্ৰতাৰণা মাথোন। সি কিয় ক'লে তাইক আকৌ আহিম বুলি? তাইৰ সৰলতাৰ সুযোগ লৈ সি ওচৰ চাপিছিল— তাইৰ। কিন্তু আঁতৰি আহিল, তাইক দি থৈ এখন ব্যৰ্থ প্ৰেমৰ ভঙা বুকু। নিকুলাই যদি তাইৰ ভঙা অন্তৰ এখনেৰে কন্দৰ্পক অভিশাপ দিয়ে তেন্তে সেই শাৱে অকল তাকেই নহয়, সমাজৰ লাই-খুটা স্বৰূপ তথাকথিত বৰমূৰীয়াসকলকো চুব। বহুতো কথাকে ভাবিছিল সি, তাইৰ পিনে চাই চাই! ক্ষীণ চাকিটোৰ পোহৰত জিলিকি আছে—নিকুলাৰ গালত অসংখ্য চকুৰ পানী।

"নিকুলা!"

কন্দৰ্পই মতাটো তাই নামাতিলে। থৰ লাগি বহি ৰৈছিল নিশ্চল ভাৱে।………

---

( ২৬ )

তাই আজি আহিছে তাক বিদায় দিবলৈ। নিকুলা আহিছে কন্দৰ্প ভিচুয়েমাৰপৰা আঁতৰি যোৱা চাবলৈ। তাই হয়তো বুজি পাইছে যে, সি আৰু ঘূৰি নাহিব ভিচুয়েমালৈ। নিকুলাই ৰাতিৰ কথাবোৰতে দৃঢ়ভাৱে বুজি লৈছে যে, সি তাইৰ ওচৰ চাপিছিল মাত্ৰ তাইৰ যৌবনভৰা দেহাটোৰ প্ৰতি আকৰ্ষিত হৈ। নাৰীদেহৰ সম্ভোগ কামনা কৰি সি ফাঁকি দিছিল ইমান দিনে। ছলনা কৰিছিল। তাই আজি বুজি পাইছে যে, পাহাৰী গাভৰুৰ সৰ্ব্বনাশ ভৈয়ামৰ ডেকাই নিলৰ্জ্জভাৱে কৰিবলৈ অকণো কুণ্ঠাবোধ নকৰে। কিন্তু এধানমানো সাহস নাই গ্ৰহণ কৰাৰ।

...ৰাজপথত অসংখ্য গাড়ী। ইম্ফলৰপৰা আহিছে কোহিমালৈ যাবলৈ। তাৰপৰা ডিমাপুৰ। লেখি শেষ কৰিব নোৱাৰা গাড়ীৰ বিৰাট কনভয়। সিহঁত গৈ ৰাজপথত উঠিল। দাঁতিতে ঠিয় দি থাকিল কন্দৰ্প। ওচৰতে নিকুলা। তাই তেতিয়াও কান্দিছে।

নিকুলা কিয় আহিল তাক বিদায় দিবলৈ। তাই নাহিলেই ভাল আছিল। সিহঁতৰ পুৰণি সম্পৰ্কটো অৱস্থাৰ সোঁতে সলাই পেলাইছে। তথাপি তাই আৰু কি বিচাৰে তাৰপৰা ?

চিভিল গাড়ী এখনত তুলি দি ভিকেছাই কলে "আপুনি কহিমাত গৈ কত কেনেকৈ ষ্টেট্‌মেণ্ট দিব লাগে দিবগৈ। মই মাজতে পাৰিলে এবাৰ গৈ আপোনাক লগ ধৰিমগৈ।" গাড়ীখনত উঠি বহি সি হুমিয়ালে মাথোন। কোনোবা এজন চিনাকি মানুহক লগ ধৰিবলৈ ভিকেছা আৰু ভিছেটু আঁতৰি গ'ল।

পিচপিনৰ পৰা কামাণ্ডাৰে কনভয় এৰিবলৈ দীঘল হুইচেল বজালে। এখন এখনকৈ মটৰবোৰ গৰজি উঠিল। কন্দৰ্পৰ বুকুখন ভাঙি যোৱা যেন লাগিল। ভিচুয়েমাবাসীলৈ শ্ৰদ্ধাত বিষাদ মধুৰ ক্ষণটোত তাৰ মূৰ দোঁ খালে। তাৰ বিপদত আশ্ৰয়দাতাসকলক অন্তৰৰ শ্ৰদ্ধা জনাবলৈ তাৰ ভাষা নাই। সি নিঃস্ব। সম্বলহীন।...



লাহে লাহে সিহঁতৰ গাড়ীখন আগ বাঢ়িল। ড্ৰাইভাৰে ব্ৰেকডাল খুলি দিয়াৰ লগে লগে নামনিলৈ গাড়ীখন নামি গ'ল। নিকুলা দৌৰি আহি খিড়িকীৰে এখন নগা মোনা আগবঢ়াই দি কলে "মোনাখন লৈ যাব। নাপাহৰিব দেই।" মোনাখন সি হাত পাতি ললে। তাইৰ অশ্ৰু-সিক্তা মুখখনলৈ সি কোনোমতে চালে। অপৰাধীৰ চাৱনী। কাণত বাজি উঠিল তাইৰ প্ৰাণভৰা আকুতি— 'না-পা-হ-ৰি-ব দে-ই'। হিয়াৰ মিনতি। নিকুলাক নাপাহৰিবলৈ কৰা বিদায় বেলাৰ কাকূতি।.........

দুখতকৈ কন্দৰ্পৰ মনত বেচিকৈ লাগিছে ধিক্কাৰ। সি প্ৰৱঞ্চক। তাইৰ মুখখন, অশ্ৰুভৰা চকুহাল দেখি সি অস্থিৰ হৈ পৰিল। নিজকে বৰ অসহায় যেন লাগিল।

...ভিচুয়েমা আঁৰ হ'ল। নিকুলা লুকাই পৰিল। পিচ পেলাই সিহঁত আগবাঢ়িছে অসংখ্য ভাঁজৰ পাহাৰী পথটোত। সেই পথত সি এৰি থৈ আহিল যৌৱনৰ উতলা সঙ্গীতৰ সুৰ। এৰি থ'লে—ভিচুয়েমাক। ভিচুয়েমা তোমাক নমস্কাৰ!...

...জীৱনৰ, যৌৱনৰ, ব্যৰ্থ-প্ৰেমৰ আৰম্ভণি আৰু সামৰণিৰ থল ভিচুয়েমা! তোমাক কন্দৰ্পই এৰি গৈছে। তোমাৰ বুকুৰ চেনেহত বাঢ়ি অহা নাগিনী-গাভৰু নিকুলাৰ বুকু ভাঙি ভৈয়ামৰ ডেকা নিলাজৰ দৰে ভৈয়ামলৈ গুচি গৈছে। তুমি তাক নাপাহৰিবা। তাৰ কাপুৰুষালিক নকৰিবা ক্ষমা।

কন্দৰ্পৰ অন্তৰৰপৰা ওলাই আহিল এটা হুমুনিয়াহ। দুটোপাল চকুৰ পানী গালেদি বাগৰি আহি নিকুলাই দিয়া মোনাটোত টপৰ্কৈ সৰি পৰিল। বিক্ষোভত নিৰ্জ্জীৱ মটৰখন গৰজি উঠিল। ...ছাপ্পন্ন চনৰ চাৰি আগষ্ট। শনিবাৰ।

অন্ত